# আধুনিক গল্প-সাহিত্য

শ্রীত্রৈলোক্যনাথ গোস্বামী




লয়ার্চ্ছ বুক ষ্টল
গুয়াহাটী • অসম

**Adhunik Galpa Sahitya** ( Modern story-literature ), a critical survey of the art of story-telling practised by the eminent writers of the East and the West with special reference to the development of the art in Assamese literature—by Principal Trailokya Nath Goswami, published by Lawyer's Book Stall, Gauhati, Assam

প্ৰকাশক :
শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা বি-এল
লয়াৰ্চ বুক ষ্টল
গুৱাহাটী

প্ৰথম প্ৰকাশ,
১৯৬৫ জানুৱাৰী
দ্বিতীয় প্ৰকাশ
১৯৭২ আগষ্ট

মূল্য — ন টকা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

পৰম শ্ৰদ্ধাৰে মোৰ অগ্ৰজ
শ্ৰীযুত শশিকান্ত গোস্বামীৰ হাতত

# পাতনি

"আধুনিক গল্প-সাহিত্য" পুথিখন যুগুত কৰোঁতে দীঘলীয়া সময় লাগিল। আলোচনা কৰিব খোজা ভালেমান গল্প ন-পুৰণি আলোচনীৰ পাতৰ পৰা উলিয়াই লব লগা হ'ল। সংগ্ৰহ সম্পূৰ্ণ নোহোৱাৰ কাৰণে কোনো কোনো লেখকৰ দুটা এটা ভাল গল্পৰ আলোচনা নহবও পাৰে। নোহোৱাটোৱেই বেছি সম্ভব। এই ত্ৰুটিৰ বাবে মাৰ্জ্জনা বিচাৰিছোঁ।

পুথিখনৰ একাংশত পাশ্চাত্য কেইগৰাকীমান খ্যাতনামা লেখকৰ গল্পৰ বিশ্লেষণ আৰু চমু আলোচনা সন্নিবিষ্ট কৰা হৈছে। উদ্দেশ্য, পাশ্চাত্য দেশৰ গল্প-সাহিত্যৰ বিভিন্ন ধাৰাৰ লগত আমাৰ অসমীয়া পাঠকৰ সহজ পৰিচয়ৰ সুবিধা।

গল্পবোৰ আলোচনা কৰাৰ সময়ত সাহিত্যৰ মূল্যবোধৰ আদৰ্শ সদায় চকুৰ আগত আছে। ইয়াৰ ফলত জনপ্ৰিয় দুই চাৰি গল্পৰ ওপৰত গুৰুত্ব আৰোপিত নহব পাৰে। জনপ্ৰিয়তাৰ সংস্কাৰ মোৰ মনৰ ওপৰত নাই। লেখকসকলৰ বৈশিষ্ট্য ফঁহিয়াই দেখুৱাবলৈ যিমান দূৰ সম্ভব যত্ন কৰা হৈছে। কিন্তু ইয়াৰ মাজতে প্ৰচুৰ ভুল-ত্ৰুটিৰ সম্ভাৱনাও বৈ আছে। এনে ভুল-ত্ৰুটিৰ প্ৰতি সহৃদয় পাঠকসকলে দৃষ্টি আকৰ্ষণ কৰিলে পৰবৰ্ত্তী সংস্কৰণত সেইবোৰ আঁতৰোৱা হব।

পুথিখন লিখাৰ সময়ত শ্ৰীমান মহেন্দ্ৰনাথ শৰ্ম্মাই আৱশ্যকীয় কিতাপ, আলোচনী প্ৰভৃতিৰ যোগান ধৰিছিল। শ্ৰীমান কৈলাশ শৰ্ম্মাই পুথিখনৰ প্ৰথম সংস্কৰণ ছপা কৰি উলিয়াইছিল। দ্বিতীয় সংস্কৰণ ছপা কৰাৰ দায়িত্ব লয়াৰ্ছ বুক ষ্টলৰ স্বত্বাধিকাৰী শ্ৰীমান খগেন দত্ত বৰুৱাই লৈছে। এই তিনিওজনকে মোৰ আন্তৰিক স্নেহ জনাইছোঁ।

শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী
নলবাৰী
১৯।৬।৭২

# সূচীপত্ৰ

## চুটিগল্প ১



## পাশ্চাত্য গল্প-সাহিত্যৰ চমু পৰিচয় ৩১



## গল্পকাৰ ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু প্ৰেমচন্দ ১১১



## অসমীয়া চুটিগল্পৰ ক্ৰমবিকাশ ১৩৭

# চুটি গল্প

আধুনিক জীৱনত চুটি গল্পৰ সমাদৰ সৰ্বজন-বিদিত। সাহিত্যৰ আন আন ঠালৰ তুলনাত চুটি গল্পৰ সমাদৰ বাঢ়ি অহাৰ কাৰণ নিশ্চয় আছে। এই কাৰণৰ ভিতৰত কম সময়তে আৰু কম আয়াসতে ইয়াক আয়ত্ত কৰি আনন্দ লাভ কৰাৰ সুবিধাও নিশ্চয় এটা, কিন্তু এইটোৱেই একমাত্ৰ কাৰণ নহয়।

চুটি গল্পৰ সমাদৰ

আধুনিক জীৱন-যাত্ৰাৰ কৰ্ম-ব্যস্ততাৰ মাজত আহৰি সময়ৰ নাটনি হলেও কোনো এটি বস্তুৰ উপযোগিতাৰ বিচাৰ অকল সময়ৰ ফালৰপৰাই সকলো ক্ষেত্ৰতে কৰিব নোৱাৰি। ব্যস্ততাৰ মাজতে অলস-অৱশ হৈ সময় কটোৱাৰ অভ্যাস সকলো লোকৰেই আছে। আন হাতে বহুতো সময় নষ্ট কৰি হলেও আমি আমোদ-আনন্দ লাভৰ আশাত আন কামৰ কথা পাহৰি যাওঁ, আৰু অবাবতে সময় গুচি গ'ল বুলিও পিছত আক্ষেপ নকৰোঁ। গতিকে দীঘল কাব্য বা উপন্যাস নপঢ়ি অকল চুটি গল্পৰ পিনে সময়ৰ তাগিদাত মানুহ আকৃষ্ট হৈ পৰাৰ কথা সত্য হলেও সি আংশিক সত্যহে। গল্প কোৱা আৰু গল্প শুনাৰ প্ৰবৃত্তি মানুহৰ এক আদিম প্ৰবৃত্তি। নিজৰ জীৱনৰ সুখ-দুখৰ কাহিনী আনৰ আগত প্ৰকাশ কৰিলে মন পাতলে আৰু আনৰ সুখ-দুখৰ কাহিনী শুনিলেও অন্তৰত সহানুভূতি জাগে। মানুহৰ মনৰ এই আদিম প্ৰবৃত্তিৰ-পৰাই প্ৰাচীন কালত নানা ধৰণৰ সাধুকথা নৰ-সমাজত প্ৰচলিত হৈ পৰে। এই সাধুবোৰৰ কিছুমান কল্পনাবিলাসী, কিছুমান বস্তুধৰ্মী,—কিছুমান উপদেশমূলক আৰু কম সংখ্যক আধ্যাত্মিক ভাবৰ বাহক।* এই প্ৰাচীন সাধুবোৰ সাধাৰণতে বৰ্ণনা-মূলক।

ঘটনা-পৰম্পৰাৰ শিথিল সংযোগ প্ৰায়বোৰ প্ৰাচীন সাধুৰ ভিতৰতে আছে।

সময়ৰ লগে লগে মানুহ আগবাঢ়ি অহাৰ কাৰণে মানুহে উপলব্ধি কৰিলে যে আখ্যান-প্ৰধান সাধুৰ ভিতৰতো কোনো এটি সাধু আনটোতকৈ বেছি ভাল লাগে। এই ভাল লগাৰ এটা কাৰণ নিশ্চয় কথাবস্তুৰ ৰমণীয়তা। কিন্তু কথাবস্তুৰ সৌন্দৰ্য্য বঢ়াই তোলাৰ অৰ্থে ঘটনা-সমষ্টিও বিশেষ কৌশলৰ দ্বাৰা উপস্থাপিত কৰাৰ প্ৰয়োজন হয়। এই কৌশল-প্ৰয়োগৰ চেষ্টা প্ৰাচীন সাধুৰ ভিতৰত বিশেষ উল্লেখযোগ্য নহয়। কালানুক্ৰমিক বৰ্ণনাৰ সহায়ত কোনো ঘটনা পৰিস্ফুট কৰি আনৰ আগত তাক দাঙি ধৰাটোৱেই প্ৰাচীন সাধুৰ বৈশিষ্ট্য। ঘটনা প্ৰবাহৰ যোগেদি কোনো ক্ষেত্ৰত নৈতিক আদৰ্শ তুলি ধৰাৰ চেষ্টা থাকিলেও সাধুৰ ওপৰত লেখকৰ জীৱন-বোধৰ ছাপ স্থূল। কিন্তু কলা-কৌশল আৰু জীৱন-চেতনা প্ৰকাশৰ চেষ্টাৰ ফালৰপৰা আধুনিক চুটি গল্প বিশেষভাৱে সমৃদ্ধ।

চুটি গল্পও মূলতে এটা সাধুকথা। গল্পৰ ভিতৰত কাহিনী ভাগৰ মূল্য যথেষ্ট। কোনো এটা গল্প পঢ়িলে সৰহভাগ পাঠকৰে মনত এটা উৎকণ্ঠা জাগে। এই উৎকণ্ঠা ঘটনা পৰিণতি জনাৰ উৎকণ্ঠা। কিন্তু কোনো এটা ঘটনা পৰিণতিৰ পিনে আগুৱাই নিব লাগিলে তাক দ্বন্দ্বৰ মাজেদিহে নিব পৰা যায়। এই দ্বন্দ্ব দুবিধ—অন্তৰ্দ্বন্দ্ব আৰু বহিৰ্দ্বন্দ্ব। কোনো চৰিত্ৰৰ মনত দুই কৰ্ত্তব্য বা কৰ্ত্তব্য-অকৰ্ত্তব্যৰ বিচাৰৰ মাজেদি যি দ্বন্দ্ব উপস্থিত হয় সেইটোৱেই অন্তৰ্দ্বন্দ্ব। আন হাতে কোনো এটি চৰিত্ৰৰ আন এটি চৰিত্ৰৰ লগত স্বাৰ্থৰ সংঘাত পৰিস্ফুট হলে সেই দ্বন্দ্ব বহিৰ্দ্বন্দ্ব। ৰাধিকামোহন গোস্বামীৰ "ষ্টেট ট্ৰেন্সপোৰ্ট", ৰমা দাশৰ "বৰ্ষা যেতিয়া নামে" গল্পৰ মাজত অন্তৰ্দ্বন্দ্ব স্পষ্ট। বেজবৰুৱাৰ "জয়ন্তী", নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ দীঘলীয়া গল্প "প্ৰতিজ্ঞা" বহিৰ্দ্বন্দ্বৰ যোগেদি

চুটি গল্পৰ কাহিনী আৰু দ্বন্দ্ব

পৰিণতিৰ পিনে আগুৱাই গৈছে। লক্ষ্মীধৰ শৰ্মাৰ “ব্যৰ্থতাৰ দান” গল্পত বহিঃ আৰু অন্তৰ্দ্বন্দ্বৰ সংযোগ ঘটিছে।

বাস্তৱ জীৱনত ব্যক্তিৰ মাজত ওপজা স্বাৰ্থ-সংঘাতৰ পৰিচয় আমাৰ সকলোৰে আছে। সেইদৰে কোনো কোনো সন্ধিক্ষণত কৰ্ত্তব্য-অকৰ্ত্তব্য বিচাৰৰ যি যাতনা তাৰ অভিজ্ঞতাও জীৱনত সকলোৱে লাভ কৰে। জীৱনৰ বাটত পিছলি পৰা এজন মানুহৰ পদস্খলনৰ কথা আনৰ আগত কৈ নিজৰ সত্যবাদিতাৰ পৰিচয় দিম নে মনে মনে থাকি তেওঁক লাজ-অপমানৰপৰা ৰক্ষা কৰিম, এই প্ৰশ্ন আমাৰ মনত সময়ে সময়ে জাগে। বাস্তৱ জীৱনো সংঘাতপূৰ্ণ। জীৱনৰ সকলো ক্ষেত্ৰতে আমি প্ৰতিদ্বন্দ্বী লগ পাওঁ। সৰহভাগতে এই প্ৰতিদ্বন্দ্বিতা নিজকে প্ৰতিষ্ঠিত কৰিবলৈ যোৱাৰ বাটত লগ পোৱা হাজাৰ হাজাৰ বাধা-বিঘিনিৰ প্ৰতিদ্বন্দ্বিতা। ব্যক্তিয়ে এইবোৰ অতিক্ৰম কৰে। কেতিয়াবা কেতিয়াবা আকৌ এইবোৰে জুমুৰি দি ধৰি ব্যক্তিৰ কাৰ্য্য-ক্ষমতা মৰিমূৰ কৰি পেলায়। গল্পৰ মাজেদি আংশিকভাৱে হলেও এই সংঘাতৰ ছবি ফুটাই তোলা হয়। ৰমা দাশৰ গল্প “দুৰ্য্যোগৰ ৰাতিত” নায়কে দীপিৰ প্ৰেমাভিনয়ৰ ছলনাৰ অন্তত মোহমুক্ত হৈ বাসন্তীৰ সৰলতাৰ মাজত বিচাৰি পাইছে মানৱীয় গুণ। বেজবৰুৱাৰ “ভদৰী” গল্পত গিৰিয়েকক ৰক্ষা কৰিবৰ কাৰণে নিজেই মৈদামত উজুটি খাই পৰা বুলি ভদৰীয়ে মিছা কৈছে। আব্দুল মালিকৰ “কাঠ-ফুলা”ত বেদনাই মমতাজৰ সকলো স্নেহ-মমতা নেওচি শেষত ঐশ্বৰ্য্যৰ প্ৰাচুৰ্য্যৰ আশাত নিজকে হেৰুৱাই পেলাইছে।

মানুহৰ এই সংঘাতপূৰ্ণ জীৱনৰ প্ৰতিচ্ছবি ফুটাই তুলিব যাওঁতে যি কাহিনী অৱলম্বন কৰা হয়, সেই কাহিনী বাস্তৱ ঘটনা নহলেও বাস্তৱতাৰ ভেটিত প্ৰতিষ্ঠিত আৰু বিশ্বাসযোগ্য। সাময়িকভাৱে হলেও গল্পৰ কাহিনী ভাগে পাঠকৰ মনৰ সন্দেহ আৰু অবিশ্বাস আঁতৰাই ৰাখিব

বিশ্বাসযোগ্য কাহিনী

নোৱাৰিলে ৰসসৃষ্টি সম্ভৱ নহয়। অথচ অলৌকিক আৰু অতি-প্ৰাকৃত ঘটনাৰ সহায়তো গল্প ৰচিত হব পাৰে আৰু হৈছেও। কোনো গল্পৰ মাজত অতি-প্ৰাকৃত ঘটনাৰ বিৱৰণ থাকিলে সেই ঘটনা স্বাভাবিক ৰূপতে আহি পৰিব লাগে। গল্পকাৰৰ কৌশলৰ দ্বাৰা গল্পৰ পটভূমি দক্ষতাৰে আঁকিব পাৰিলে বিশেষ পৰিস্থিতিৰ মাজত পাঠকৰ অবিশ্বাস সাময়িকভাৱে হলেও আঁতৰাই ৰখা যায়। কোনো এটি অতি-প্ৰাকৃত ঘটনা লোকালয়ৰ ওচৰত ঘটা বুলি কলে হয়তো মানুহে তাক গ্ৰহণ নকৰে। কিন্তু সেই ঘটনা যদি এখন অৰণ্যৰ নিৰ্জনতাৰ মাজত নাইবা বিশাল সমুদ্ৰৰ ওপৰেদি বাগৰি থকা ঢৌৰ ওপৰত ঘটা বুলি কোৱা হয় তেন্তে আনে তাক গ্ৰহণ কৰিবলৈ টান নাপায়। অকল পৰিস্থিতি বা পটভূমিৰ সহায়েৰে অবিশ্বাস্য ঘটনাক বিশ্বাসযোগ্য কৰি তোলা সকলো সময়তে সম্ভৱ নহব পাৰে, কিন্তু লেখকৰ কথনভঙ্গী আৰু ঘটনা-সংযোগৰ কৌশলৰদ্বাৰা পাঠকৰ মনৰ অবিশ্বাস সাময়িকভাৱে হলেও আঁতৰাই ৰখা সম্ভৱ হয়। "এলিচ ইন্ ৱণ্ডাৰলেণ্ড্" পুথিত অলৌকিক ঘটনাৰাশিকো বিশ্বাসযোগ্য কৰি তোলা হৈছে। কোলেৰিজৰ "এন্‌চিয়েণ্ট মেৰিনাৰ" কবিতাত বুঢ়া নাবিকে বিশাল সমুদ্ৰৰ বুকুত লাভ কৰা অলৌকিক অভিজ্ঞতাই পাঠকৰ মনত আনন্দৰ শিহৰণ জগায় আৰু ক্ষণিকৰ বাবে হলেও পাঠকৰ মনৰপৰা সন্দেহ আৰু অবিশ্বাস আঁতৰাই ৰাখে।

গল্পৰ পটভূমি

গল্প বা উপন্যাসত কেতিযাবা কেতিয়াবা পটভূমি স্পষ্ট কৰাৰ চেষ্টা দেখিবলৈ পোৱা যায়। কোনো কোনো গল্পৰ মূল তত্ত্ব বা উদ্দেশ্যৰো ইঙ্গিত পটভূমিৰ বৰ্ণনাৰ ভিতৰতে থাকে। এই অংশত ঘাই চৰিত্ৰৰ প্ৰবেশ মুঠেই নহবও পাৰে। এই কাৰণে পাঠকসকলৰ মনত এই অংশ নীৰস নীৰস লাগে। পাঠকসকলৰ মনত থাকে ঘটনা-প্ৰবাহৰ মাজত সোমাই পৰাৰ প্ৰবল আগ্ৰহ। কিন্তু পাঠকে ইয়াৰ তাৎপৰ্য্য গ্ৰহণৰ

ক্ষেত্রত উদাসীন হব খুজিলেও লেখকৰ এনে পটভূমি স্পষ্ট কৰাব এটা উদ্দেশ্য থাকে। কোনো এটা গল্প ভালকৈ নপঢ়িলে এই উদ্দেশ্য সহজে বুজা নাযায়। কাৰো কাৰো হাতত অৱশ্যে পটভূমিৰ বৰ্ণনা যথেষ্ট দীঘল হয়। তেতিয়া আঙ্গিকৰ ফালৰপৰা ইয়াক প্ৰয়োজনৰ অতিৰিক্ত যেন লাগে। আব্দুল মালিকৰ কিছুমান গল্পত এনে কৌশল অৱলম্বন কৰা হৈছে। মহিম বৰাৰ "কাঠনিবাৰীৰ ঘাট" পটভূমিৰ ওপৰতে অধিক মনযোগ দি ৰচনা কৰা আন এটি গল্প।

পটভূমিৰ আৱশ্যকতা নুই কৰা নাযায়। পটভূমিৰ ওপৰত চৰিত্ৰৰ কাৰ্য্য উজ্জ্বল হৈ উঠিলে চৰিত্ৰ যেনেকৈ জীৱন্ত হয় পটভূমিও সেইদৰে গল্পৰ অপৰিহাৰ্য্য অঙ্গ হৈ পৰে। প্ৰাকৃতিক দৃশ্যৰ বৰ্ণনাৰে পটভূমি সমৃদ্ধ কৰিব খুজিলে সেই বৰ্ণনা অকল চিত্ৰ-প্ৰধান হলেই নহয়, চৰিত্ৰৰ কাৰ্য্যকলাপৰ লগত তাৰ সঙ্গতি থাকিবও লাগে।

**গল্পৰ চৰিত্ৰ**

চৰিত্ৰ স্পষ্ট কৰাৰ কাৰণেহে পটভূমিৰ ওপৰত গুৰুত্ব আৰোপৰ প্ৰয়োজন হয়, নহলে পটভূমিৰ ওপৰত বিশেষ গুৰুত্ব নিদিয়াকৈয়ো উৎকৃষ্ট গল্প ৰচিত হব পাৰে। গল্পৰ ঘাই উপজীব্য হ'ল চৰিত্ৰ। এইবোৰ হ'ল গল্পৰ মাজত সোমাই থকা ভিন ভিন ব্যক্তি। এইবোৰৰ সহায়ত ব্যক্তিৰ মনস্তাত্বিক সংঘাত নাইবা বহিৰ্দ্বন্দ্ব পৰিস্ফুট কৰা হয়। এই চৰিত্ৰবোৰ বাস্তব জীৱনত লগ পোৱা বেলেগ বেলেগ ৰুচি আৰু বেলেগ বেলেগ আদৰ্শৰ লোক। এইবোৰ জীৱনৰ ভুল-ক্ৰটিৰ মাজতে ডাঙৰ-দীঘল হোৱা আৰু গল্পকাৰৰ জীৱন-জিজ্ঞাসাৰ মাজেদি উপস্থাপিত হোৱা ব্যক্তি-চৰিত্ৰ। জৈৱিক আশা-আকাঙ্ক্ষাৰ পৰা এইবোৰ আঁতৰি গলে পাঠকৰ মনৰ বিশ্বাস অপহৃত হয়। চৰিত্ৰবোৰ বিশ্বাসযোগ্য কৰিব খুজিলে যি সংঘাতৰ মাজেদি চৰিত্ৰবোৰ স্পষ্ট হয় সেই সংঘাতো বিশ্বাসযোগ্য হব লাগে। পৃথিবীৰ বহল বুকুত আমি নানা তৰহৰ লোক লগ পাওঁ। এই

সকলো লোকৰে লগত আমাৰ আত্মীয়তা গঢ়ি উঠে, কাৰণ সকলো লোকৰে লগত আমি ঘনিষ্ঠভাৱে পৰিচিত হোৱাৰ সুযোগ নাপাওঁ। যিবোৰ লোকৰ লগত আমাৰ ঘনিষ্ঠ সম্বন্ধ নাই সেইবোৰৰ চৰিত্ৰ সম্বন্ধে আমাৰ ধাৰণাও অসম্পূৰ্ণ আৰু অস্পষ্ট। কিন্তু কোনো কোনো গল্পৰ মাজত এনে ধৰণৰ দুৰ্বল চৰিত্ৰয়ো ঘাই চৰিত্ৰ হিচাবে ঠাই পায়। আন কিছুমান গল্প-চৰিত্ৰ লব্ধ-প্ৰতিষ্ঠ গল্পকাৰৰ অনুকৰণত গঢ়ি তোলা চৰিত্ৰ। এই দুয়ো ধৰণৰ চৰিত্ৰই গল্পৰ সৌন্দৰ্য্য মলিন কৰে। তৃতীয় এক শ্ৰেণীৰ চৰিত্ৰ গল্পকাৰৰ গভীৰ অভিজ্ঞতাৰে পৰিপুষ্ট হোৱা চৰিত্ৰ। এই চৰিত্ৰবোৰ এপিনে যেনেকৈ মৌলিক, আনপিনে তেনেকৈ বিশিষ্ট ধৰণৰ। এনে চৰিত্ৰৰ সহায়ত জীৱনৰ আন্ধাৰ বাটত হেৰাই যোৱা নতুন সত্য উজলি উঠে। গল্পকাৰৰ নিজা পৰ্য্যবেক্ষণ ক্ষমতাৰ ওপৰত সাৰ্থক চৰিত্ৰ-সৃষ্টি নিৰ্ভৰ কৰে। কোনো এটি শ্ৰেণীৰ লোকৰ লগত গল্পকাৰৰ নিবিড় সম্বন্ধ গঢ়ি উঠিলে তেওঁৰ অভিজ্ঞতাও তৰল হৈ থাকে আৰু তেতিয়া জীৱন্ত চৰিত্ৰ সৃষ্টিও দুৰূহ হৈ পৰে। সৰহ ভাগ গল্প-চৰিত্ৰৰে মাজত কিছুমান গতানুগতিক লক্ষণ দেখিবলৈ পোৱা যায় আৰু জৈৱিক প্ৰণয়-প্ৰীতিক কেন্দ্ৰ কৰি লিখা সৰহ ভাগ গল্পও অনেক ক্ষেত্ৰত মানুহৰ নিচেই সাধাৰণ অভিজ্ঞতাৰ বৰ্ণনাৰ ওপৰলৈ উঠে। প্ৰকৃত জীৱনৰ ক্ষেত্ৰত হলে ব্যক্তি সমাজৰ এটা ক্ষুদ্ৰ অঙ্গ। সমাজৰ মাজতে ব্যক্তিৰ কাৰ্য্যকলাপ সংঘটিত হয়। এই বাবে ব্যক্তিৰ কোনো কোনো জৈৱিক সমস্যাৰ মাজতে সমাজৰ তেনে ধৰণৰ সমস্যাৰ স্পষ্ট ব্যঞ্জনা থাকে। ব্যক্তি-চৰিত্ৰৰ যোগেদি ব্যক্তি-নিৰপেক্ষ অভিজ্ঞতা ব্যঞ্জিত কৰিব পাৰিলে চৰিত্ৰও হয় স্পষ্ট আৰু গল্পও হয় মৌলিক।

সৰহ ভাগ গল্পতে এটি কেন্দ্ৰীয় চৰিত্ৰ থাকে। কেন্দ্ৰীয় চৰিত্ৰৰ জীৱনৰ কোনো এটি বিশেষ মুহূৰ্ত্তৰ ওপৰত গভীৰ আলোকপাত কৰি তাক সুস্পষ্ট কৰি তোলা হয়। কিন্তু এনে স্পষ্টীকৰণৰ লগে

লগে আন তলতীয়া চৰিত্ৰবোৰো উজ্জ্বল হৈ উঠে। জীৱনৰ অভিজ্ঞতাবোৰৰ মাজত সচৰাচৰ সংলগ্নতা বিচাৰি পোৱা নাযায়। এইবোৰ যুক্তিৰ অধীনো নহয়।

কেন্দ্ৰীয় চৰিত্ৰ

এনেকুৱা অসংলগ্ন কোনো কোনো অভিজ্ঞতায়ো জীৱনৰ আন্ধাৰ বাট হঠাতে পোহৰাই তোলে। ব্যক্তিৰ এটি অভিজ্ঞতায়ো তেওঁৰ জীৱন-দৰ্শনৰ পৰিবৰ্ত্তন আনে। এনে বিশিষ্ট অভিজ্ঞতাৰ অৱলম্বনত যি গল্প ৰচিত হয় সেই গল্প হয় সকলোৰে সমাদৃত। ব্যক্তি-জীৱনত সক বৰ নানান ঘটনা ঘটি থাকে। জীৱনৰ কালৰপৰাও সৰহ ভাগ ঘটনা গতানুগতিক। কোনো এক ব্যক্তিৰ জীৱনত প্ৰণয়-প্ৰীতি, ঈৰ্ষা-অসূয়া প্ৰভৃতি নানান ভাৱৰ অভিনয় দিনে-ৰাতিয়ে হৈ আছে। কিন্তু গল্প-চৰিত্ৰৰ ক্ষেত্ৰত যেতিয়া এইবোৰ অতি সহজ আৰু সাধাৰণভাৱে প্ৰকাশিত হয় তেতিয়া গল্প হৈ পৰে নীৰস, প্ৰাণহীন। কোনো বিশেষ অভিজ্ঞতাৰ সহায়ত মানুহৰ চকুৰ আঁৰত লুকাই থকা কোনো সত্য চৰিত্ৰৰ কাৰ্য্যৰ মাজেদি প্ৰকাশিত নহলে গল্পত যি গতানুগতিকতা পৰিস্ফুট হয় সি বাস্তৱ জীৱনৰ গতানুগতিকতাতকৈ বৈচিত্ৰ্যময়ো নহয়, মধুৰো নহয়। আৰ্টৰ মাজেদি জীৱনৰ পুনৰ্নিৰ্মাণ হলেও জীৱনৰ বৈশিষ্ট্যপূৰ্ণ অংশৰ নিৰ্মাণৰ দ্বাৰাইহে জীৱনৰ ৰহস্য উদঘাটিত হয়।

ঘাই চৰিত্ৰৰ কাৰ্য্যকলাপক কেন্দ্ৰ কৰি গল্পৰ আখ্যান ভাগ গটি উঠে। কেন্দ্ৰীয় চৰিত্ৰৰ লগতে আন কিছুমান তলতীয়া চৰিত্ৰও থাকে। এইবোৰৰ সহায়ত কেন্দ্ৰীয় চৰিত্ৰটো বুজিবলৈ সহজ হয়। গল্পকাৰৰ বৰ্ণনা আৰু তলতীয়া চৰিত্ৰবোৰৰ ঘাই চৰিত্ৰৰ লগত ঘটা সংস্পৰ্শৰপৰা পাঠকে ঘাই চৰিত্ৰৰ সম্বন্ধে নিজ নিজ ধাৰণা পোষণ কৰে। গল্পকাৰে ঘাই চৰিত্ৰ সম্বন্ধে সকলো খবৰ দিব নোৱাৰে। চৰিত্ৰটোৰ কাৰ্য্য আৰু জীৱনৰ প্ৰতি থকা দৃষ্টিভঙ্গীৰপৰা পাঠকে চৰিত্ৰটো বুজি লয়। গতিকে পাঠকৰ গ্ৰহণ-ক্ষমতাৰ ওপৰতো গল্পৰ প্ৰভাৱ আৰু আনন্দ-দানৰ মাত্ৰা বহু

পৰিমাণে নিৰ্ভৰ কৰে। কোনো কোনো ক্ষেত্ৰত গল্পকাৰে নিচেই কম কথাৰে নতুন নতুন ভাবৰ ইঙ্গিত দিয়ে। এই ইঙ্গিতৰ তাৎপৰ্য্য গ্ৰহণৰ দায়িত্ব পাঠকৰ। গতিকে কোনো কোনো গল্পৰ ৰস-গ্ৰহণৰ বাবে একাধিকবাৰ পাঠ কৰাৰো আৱশ্যকতা আছে।

সকলো গল্পতে চৰিত্ৰ সুস্পষ্ট হৈ নাথাকিবও পাৰে। চৰিত্ৰৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰি তাক পোহৰাই তোলা গল্প-লেখকৰ উদ্দেশ্য নহয়। কিন্তু জীৱনৰ কোনো এটি বিশিষ্ট মুহূৰ্ত্তৰ প্ৰভাৱকে লৈ চৰিত্ৰ সমুজ্জ্বল কৰা আকাঙ্ক্ষা তেওঁৰ আছে। গল্পকাৰে কম কথা আৰু কম সময়ৰ ভিতৰতে গল্প-সৃষ্টি কৰিব লাগে। গতিকে চৰিত্ৰৰ কোনো এক মুহূৰ্ত্তত সমুজ্জ্বল হৈ উঠা কোনো এটি দিশৰ প্ৰতিহে গল্পলেখকৰ সাধাৰণতে লক্ষ্য থাকে। শৰৎচন্দ্ৰ গোস্বামীৰ "অদৃষ্ট" গল্পত ধনীৰামে বামুণৰ ঘৰৰপৰা মুমূৰ্ষু ঘৈণীয়েকৰ কাৰণে চুৰ কৰি টোপোলা বান্ধি লৈ অহা ভাতমুঠিয়ে তাৰ নগ্ন দৰিদ্ৰতাৰ পৰিচয় দিয়াৰ উপৰিও তাৰ জীৱনৰ কৰুণতা মূৰ্ত্ত কৰি তুলিছে। বীণা বৰুৱাৰ "আঘোণী বাই" গল্পত আঘোণী বাইৰ চাৰিত্ৰিক বিশেষত্ব সুন্দৰভাৱে ফুটাই তোলা হৈছে। হলীৰাম ডেকাৰ "যোদ্ধাৰ" গল্পত এজন হিন্দুস্থানী ফেৰিওৱালাৰ মূঢ়তাৰ কাৰণে তাৰ জীৱনলৈ নামি অহা কৰুণ পৰিণতি স্পষ্ট হৈ উঠিছে।

সকলো গল্পতে চৰিত্ৰ স্পষ্ট হৈ নুঠাৰ কাৰণ দুটা। প্ৰথম কাৰণ হ'ল যি সমাজৰপৰা চৰিত্ৰ বাচি লোৱা হয় সেই সমাজৰ লগত লেখকৰ সম্বন্ধ ঘনিষ্ঠ নহয়। দ্বিতীয় কাৰণ, চৰিত্ৰ বিশ্বাস-যোগ্য কৰাৰ বাবে লেখকৰ যি ধৈৰ্য্য আৰু অন্তৰ্দৃষ্টি লাগে তাৰ অভাৱ। কোনো কোনো লব্ধ-প্ৰতিষ্ঠ গল্প-লেখকেও সময়ে সময়ে অস্পষ্ট চৰিত্ৰ-সৃষ্টিৰে তেওঁলোকৰ গল্প ভাবাক্ৰান্ত কৰে। এইটো তেওঁলোকৰ কৌশল বা কল্পনাৰ দীনতা নহয়, কিন্তু সৃষ্টিৰ কাৰণে দেখুৱা তেওঁলোকৰ

অস্পষ্ট চৰিত্ৰ

অহৈতুক ব্যাকুলতা। আমাৰ প্ৰাচীন শাস্ত্ৰ, পুৰাণ আদিত অসংখ্য গল্প পৰি আছে। এই গল্পবোৰৰ আলোচনা কৰিলে দেখিবলৈ পোৱা যায় যে যি কেইটা চৰিত্ৰৰ অৱলম্বনত গল্প ৰচিত হৈছে সেই কেইটা যেন তেজ-মঙহেৰে গঢ়ি তোলা কাৰিকৰৰ মূৰ্ত্তি। মহাকাব্য ৰামায়ণৰ চৰিত্ৰবোৰৰ পিনে লক্ষ্য কৰিলে অকল হনুমান, ৰাৱণ, ৰাম, লক্ষ্মণ আদিয়েই যে মূৰ্ত্তিমন্ত হৈ উঠিছে এনে নহয়, তল খাপৰ চৰিত্ৰ শূৰ্পণখা আৰু দুৰ্মুখো তেজ-মঙহৰ মানুহৰ দৰে আমাৰ আগত দেখা দিছে। ভাগৱত, পুৰাণ আৰু জাতকবোৰৰ সাধুও এই পৰ্য্যায়ৰে। ভাগৱত পুৰাণ এখন ধৰ্মগ্ৰন্থ। কিন্তু ইয়াৰ ভিতৰতে যিবোৰ সাধুৰ মাজেদি মানৱৰ জৈৱিক ক্ষুধা প্ৰস্ফুটিত কৰাৰ চেষ্টা আছে সেইবোৰৰ মাজত পোৱা চৰিত্ৰবোৰো হোৱা নাই ৰচকৰ মনৰ কল্পনাৰ অস্পষ্ট ছবি, কিন্তু হৈছে জীয়া মানুহ, যাৰ কাৰ্য্যকলাপ আমাৰ মনৰ পৰ্দাৰ ওপৰেদি অহা-যোৱা কৰে। ধ্যানমগ্ন চ্যৱন মুনি আশ্ৰমৰ এটি চুকত সমাধিস্থ। তেওঁৰ চাৰিও কাষতে উঁই-হাঁফলু আৰু বনৰ পাতল আবৰণ। ৰজাৰ যুৱতী জীয়াৰী সুকন্যাই নাজানে ঋষি সমাধিত মগ্ন। আশ্ৰমৰ প্ৰাকৃতিক শোভাই তেওঁক কৰিছে অভিভূতা, চঞ্চলা। পখিলাৰ দৰে চঞ্চল গতিৰে তেওঁ ইজুপি ফুলৰপৰা সিজুপি ফুললৈ লৰি গৈছে। ৰাজপ্ৰাসাদৰ চাৰিবেৰৰ বাধা ইয়াত নাই। সমাজৰ অঙ্কুশৰ আঘাত ইয়াত নপৰে। সুকন্যা আপোন পাহৰা। হঠাৎ তেওঁৰ চকুত পৰিল উঁই-হাঁফলুৰ মাজত থকা জোনাকী পৰুৱাৰ দৰে এটা ক্ষীণ জ্যোতি। উন্মত্তা সুকন্যাই এডাল কাঁইটেৰে সেই ঠাই ক্ষত কৰিলে। কিন্তু কি আচৰিত! উঁই-হাঁফলুৰ ওপৰেদি বাগৰি আহিল কেইটোপামান তেজ,—মানুহৰ তেজ। সুকন্যাৰ কঁপনি উঠিল। ৰজাই আঠু ললে। পৰিষদবৰ্গই আঁতৰতে প্ৰমাদ গণিলে। চ্যৱন মুনিৰ ধ্যান ভঙ্গ হ'ল। ৰজাই কৰযোৰে জীয়েকক ঋষিৰ হাতত অৰ্পণ

কৰিলে। ইয়াৰ পিছত চ্যৱন মুনিৰ যৌবন লাভ আৰু ৰাজকুমাৰীৰ লগত সম্ভোগ-শৃঙ্গাৰ। সাধুটোত চ্যৱন মুনিৰ অস্থিমাত্ৰ সাৰ আৰু যৌবন-উদ্দীপ্ত দুয়োটা ৰূপেই হৈ উঠিছে স্পষ্ট আৰু গোচৰীভূত।

আধুনিক ভালেমান গল্প-চৰিত্ৰত আছে এই স্পষ্টতাৰ অভাৱ। ভালেমান চৰিত্ৰৰ কাৰ্য্যকলাপৰ মাজত ফুটি উঠে গতানুগতিকতা। জীৱনৰ বিচিত্ৰতা জীৱনৰ মাজতে লুকাই আছে, তাৰ ছবি গল্পৰ যোগেদি কম আয়াসতে ফুটি নুঠে। প্ৰণয়ক কেন্দ্ৰ কৰি লিখা ভালেমান গল্পৰ মাজতে আছে দুৰ্বল চৰিত্ৰৰ কল্পনা-বিলাস আৰু অতীত জীৱনৰ স্মৃতিৰ নিস্ফল ৰোমন্থন। ক'তো ক'তো আকৌ আছে অস্পষ্ট চৰিত্ৰ অঙ্কনৰদ্বাৰা সাধাৰণ পাঠকৰ মন আকৰ্ষণৰ চেষ্টা। অস্পষ্ট চৰিত্ৰ সৃষ্টিত এটা সুবিধা এয়ে যে জীৱনৰ উপৰিভাগতে এইবোৰ আবদ্ধ হৈ থকা গতিকে পাঠকে বিনা আয়াসে এইবোৰ চৰিত্ৰ বুজি পায় আৰু পাঠকৰ বিলাসী কল্পনাৰ লগত সহজতে এইবোৰৰ আত্মীয়তা স্থাপিত হয়। সাৰ্থক চৰিত্ৰ-সৃষ্টিৰ ক্ষেত্ৰত আহি পৰে নানান জটিলতা। সেই বাবে এইবোৰ বুজিবলৈকো লাগে জীৱনৰ প্ৰতি থকা অন্তৰ্দৃষ্টিৰ বিচাৰ, অৰ্থাৎ পাঠকৰ সক্ৰিয় চেষ্টা। সৰহ ভাগ পাঠকে গল্পৰ যোগেদি পাবলৈ বিচাৰে মানসিক ভোগ, কিন্তু চিন্তাশীল পাঠকে বিচাৰে জীৱনৰ প্ৰতি থকা লেখকৰ অন্তৰ্দৃষ্টি। গতানুগতিক চৰিত্ৰ সৃষ্টিৰ মাজেদি এই অন্তৰ্দৃষ্টি প্ৰকাশিত হব নোৱাৰে।

চৰিত্ৰৰ অস্পষ্টতা ঢাকিবৰ কাৰণে কিছুমান গল্পলেখকে বাক্য-ৰীতিৰ সহায়ত অনুভূতিৰ প্ৰগাঢ়তা প্ৰকাশ কৰিবলৈ যত্ন কৰে। বচা বচা শব্দ-ধ্বনিয়ে পাঠকৰ অন্তৰত কিছু পৰিমাণে নিশ্চয় ভাবাবেগ সৃষ্টি কৰিব পাৰে কিন্তু চৰিত্ৰৰ কাৰ্য্যৰ মাজতে সেই ভাব সুপ্ত হৈ নাথাকিলে ভাবক ৰসলৈ ৰূপান্তৰিত কৰি অভিজ্ঞতাৰ গভীৰতা প্ৰকাশৰ থল নাথাকে। কোনো কোনো গল্পত ঘটনা-

সংযোগৰদ্বাৰা পাঠকৰ মন আকৰ্ষণৰ চেষ্টা চকুত পৰে। দৃষ্টান্ত স্বৰূপে এটি সাধাৰণ ঘটনা উল্লেখ কৰা যাওক। এজন মানুহে ৰুগ্ন ভিক্ষাৰী এজনক পৰিচৰ্য্যা কৰা দেখিলে স্বাভাৱিকতে সেই মানুহজনৰ প্ৰতি আনৰ অন্তৰত ভাল ভাব জাগে, কিন্তু এনে ভাল ভাবৰ উদ্ৰেক তেনেই ক্ষণিক। যেতিয়ালৈকে পৰিচাৰক আৰু ৰুগ্ন-ব্যক্তিৰ সম্বন্ধে আনৰ মনত এটা স্পষ্ট ধাৰণাৰ সৃষ্টি কৰা নহয় তেতিয়ালৈকে মানুহজনৰ প্ৰতি যি ক্ষণিক ভাল লগাৰ ভাব জাগে সেই ভাবে আনৰ অন্তৰত গভীৰ ৰেখাপাত কৰিব নোৱাৰে। কোনে জানে যে শুশ্ৰূষাকাৰী মানুহজনৰ কাৰ্য্য স্বাৰ্থ-প্ৰণোদিত নহয়? অস্পষ্ট চৰিত্ৰ-সৃষ্টিৰ দৃষ্টান্ত সকলো গল্প-সাহিত্যতে ঢেৰ আছে। বাতৰি কাকত আৰু আলোচনীৰ যুগত বহুতো গল্প ৰচিত হয় প্ৰয়োজনৰ তাগিদাত। এইবোৰৰ মাজেদি চৰিত্ৰৰ অস্পষ্টতা প্ৰকাশিত হোৱাটো একো আচৰিত কথা নহয়। আমাৰ গল্প-সাহিত্যৰ মাজতো অস্পষ্ট চৰিত্ৰৰ নমুনা যথেষ্ট। নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ "ওস্তাদজী", হলীৰাম ডেকাৰ "ভেশছন", ৰমা দাশৰ "জীৱনৰ এৰাতি" গল্পৰ চৰিত্ৰ অস্পষ্ট।

প্ৰাচীন গল্পৰ স্থূলতাৰ লগত বিংশ শতিকাৰ উন্নত কলা-কৌশলেৰে সমৃদ্ধ আধুনিক চুটি গল্পৰ সূক্ষ্ম অনুভূতি প্ৰকাশৰ চেষ্টা বিজাই চাব নোৱাৰি। জটিল সমাজ-ব্যৱস্থাৰ মাজত আবদ্ধ ব্যক্তিৰ বহুধা বিভক্ত সত্তাৰ পৰিচয় তুলি ধৰিব লাগিলে নতুন কৌশল প্ৰয়োগৰ দৰকাৰ। কিন্তু এটা কথা মন কৰিব লগীয়া যে মানুহৰ কোনো সমস্যা যিমান সূক্ষ্ম দৃষ্টিৰে চোৱা নহওক লাগে তাৰ বাস্তৱ ৰূপ স্পষ্টকৈ তুলি ধৰাৰ দায়িত্ব গল্পকাৰৰ, ঔপন্যাসিকৰ। গল্প আৰু উপন্যাসত কেন্দ্ৰস্থ ব্যক্তি স্পষ্ট হৈ নুঠিলে সমস্যাও হৈ থাকে অস্পষ্ট। যিবোৰ চৰিত্ৰৰ সহায়ত হেমিংওৱে গল্প ৰচনা কৰে সেইবোৰ স্পষ্ট কৰা হয় সংলাপ আৰু চুটি বৰ্ণনাৰ দ্বাৰা। অনেক সময়ত তেওঁৰ গল্পৰ অখণ্ডতা বিচাৰি নাপালেও চৰিত্ৰবোৰৰ মাজত

থকা সূক্ষ্ম পাৰ্থক্যও পাঠকৰ চকুৰ আঁতৰ নহয়। সবল বৰ্ণনাৰ সহায়ত চৰিত্ৰৰ কেউদিশ স্পষ্ট কৰি ফক্‌নাৰে গল্প-চৰিত্ৰ বিশ্বাসযোগ্য কৰি তোলে। অসমীয়া গল্প-সাহিত্যৰ মাজতো আছে ভালেমান চৰিত্ৰ সৃষ্টি। লক্ষ্মীধৰ শৰ্মাৰ "ব্যৰ্থতাৰ দান" গল্পত লিলি আৰু ললিতৰ চৰিত্ৰ স্পষ্ট হৈ উঠিছে এহাতে লিলিৰ ব্যৰ্থতা আৰু আন হাতে ললিতৰ মৌনতাৰ মাজেদি। বীণা বৰুৱাৰ হাতত 'আঘোণী বাই' স্পষ্ট হৈছে লেখকৰ নিৰ্বাচন-পটুতা আৰু বিন্যাস-ৰীতিৰ প্ৰাঞ্জলতাৰ কাৰণে। লক্ষ্মীনাথ ফুকনৰ 'মহিমাময়ী' জীৱন্ত হৈছে পৰিস্থিতি নিৰ্বাচন আৰু প্ৰকাশ-ভঙ্গীৰ দক্ষতাৰ বলত।

**গল্পৰ তত্ত্ব**

আমি জীৱনত যিবোৰ অভিজ্ঞতা লাভ কৰোঁ সেই সকলোবোৰ স্মৰণীয় হৈ নাথাকে। কিন্তু কিছুমান অভিজ্ঞতাৰ মাজত আমি বিচাৰি পাওঁ নতুন অৰ্থ। এইবোৰে আমাৰ অন্তৰত গভীৰ ৰেখাপাত কৰে আৰু জীৱনৰ অৱসান নোহোৱালৈকে এইবোৰৰ প্ৰভাৱ আমাৰ মনৰপৰা আঁতৰি নাযায়। দুখ-শোক, ঈৰ্ষা-অসূয়াৰ বোধ আমাৰ মনত শাব্দিক বোধহে। এই দৰে বুভুক্ষাৰ তাড়না আৰু বিৰহৰ জ্বালা প্ৰভৃতিৰো বাস্তৱ অভিজ্ঞতা লাভ নোহোৱালৈকে ব্যক্তিৰ প্ৰতি এইবোৰ অস্পষ্ট ভাব প্ৰকাশক শব্দধ্বনিহে মাথোন। কিন্তু জীৱনৰ বাটত যেতিয়া আমি মূৰ্ত্তিমান দুখ-বেদনাৰ সন্মুখীন হওঁ নাইবা ঈৰ্ষা-অসূয়াৰ দানৱীয় মূৰ্ত্তিয়ে যেতিয়া আমাৰ বাট ভেটি ধৰে তেতিয়া এই শব্দবোৰৰ প্ৰকৃত নিষ্ঠুৰ অৰ্থ উপলব্ধি হয় আৰু জীৱনৰ এনে অভিজ্ঞতাবোৰো হৈ উঠে অৰ্থপূৰ্ণ, স্মৰণীয়। এনে ধৰণৰ স্মৰণীয় অভিজ্ঞতাৰপৰা আমি জীৱনৰ তত্ত্ব উপলব্ধি কৰোঁ। এই উপলব্ধি যুক্তিৰ সহায়ত অনুমান প্ৰমাণৰদ্বাৰা লাভ কৰা জ্ঞান নহয় কিন্তু এই জ্ঞান প্ৰত্যক্ষ আৰু অনুভৱসিদ্ধ। কোনো কোনো ক্ষেত্ৰত আনৰ জীৱনৰ কাৰ্য্য-কলাপৰ পৰ্য্যবেক্ষণৰপৰাও আমি জীৱনৰ তত্ত্বৰ বিষয়ে অৱগত হওঁ। আমি দেখিবলৈ পাওঁ যে ক্ষমতাত অধিষ্ঠিত শক্তিশালী ব্যক্তিৰ জীৱনলৈকো

নামি আহে দুৰ্বলতা আৰু অসহায়তাৰ কাৰুণ্য। ধন-দৌলতৰ মাজত ডাঙৰ-দীঘল হোৱা মানুহৰ মাজতো আছে অশান্তিৰ হাহাকাৰ। নিঃস্বাৰ্থ, একনিষ্ঠ সমাজসেৱীৰ কৰ্ত্তব্যপৰায়ণতাৰ বিপক্ষেও আছে স্বাৰ্থান্বেষী লোকৰ অশিষ্ট আচৰণ। জীৱনৰ বাটত আগুৱাই আহোঁতে এনে ধৰণৰ অভিজ্ঞতা আমি সঘনে নহলেও মাজে সময়ে লাভ কৰোঁ। এই অভিজ্ঞতাৰপৰা আমি নতুন আদৰ্শৰ সন্ধান পাওঁ আৰু ভাবোঁ যে ক্ষমতাৰ অপব্যৱহাৰৰ অন্তত বৈ আছে এক নেদেখা শক্তিৰ শাস্তিৰ বিধান, ধন-দৌলতৰ প্ৰাচুৰ্য্যৰ মাজতো আছে শত শত অশান্তিৰ বৃশ্চিক-দংশন আৰু নিষ্ঠাবান আৰু আদৰ্শবাদী ব্যক্তিৰ আদৰ্শৰ বাটতো আছে শত্ৰুতাৰ কাঁইটৰ খোঁচ। আনৰ জীৱনৰ ঘাত-প্ৰতিঘাত পৰ্য্যবেক্ষণ কৰি যি জ্ঞান লাভ হয় সেই জ্ঞানো প্ৰত্যক্ষ। কিন্তু এনে জ্ঞানৰ ওপৰত ভিত্তি স্থাপন কৰি যেতিয়া আমি কোনো এটি সাধাৰণ সূত্ৰত উপনীত হওঁ তেতিয়া সেই জ্ঞান হয় অনুমান-প্ৰমাণ-সিদ্ধ। নিজৰ বা আনৰ অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰি মানুহে কিছুমান মূল তথ্যৰ ওপৰত সচৰাচৰ বিশ্বাস ৰাখে। এনে বিশ্বাসৰ ওপৰতে গঢ়ি উঠে জীৱনৰ মান বা আদৰ্শ। জীৱনৰ এই আদৰ্শৰ মাজেদি ভালেমান গল্প গঢ় দিবলৈ চেষ্টা কৰা হয়। ক'তো ক'তো আকৌ এই আদৰ্শৰ ওপৰত সন্দেহ প্ৰকাশ কৰা হয় আৰু আন কিছুমানত চৰিত্ৰৰ কাৰ্য্যাৱলীৰে এনে আদৰ্শৰ অন্তঃসাৰশূন্যতা দেখুৱা হয়। ইয়াৰ বাহিৰেও আন এক শ্ৰেণী গল্প আছে যিবোৰৰ ভিতৰত জীৱনৰ তত্ত্বৰ প্ৰভাৱ তেনেই ক্ষীণ। কিন্তু সৰহভাগ শ্ৰেষ্ঠ গল্পৰ ভিতৰত জীৱনৰ আদৰ্শৰ ছাপ সুস্পষ্ট।

ওপৰৰ কথাৰপৰা গল্পৰ পৰিণতি আদৰ্শমুখী হব লাগে বুলি কোৱা অনুচিত। গল্প-লেখকে সাধাৰণতে কোনো আদৰ্শ আগত ৰাখি গল্প ৰচনা নকৰে। এই বাবে গল্পৰ তত্ত্বও পানীৰ ওপৰত তেল ওপঙি থকাৰ দৰে গল্পৰ ওপৰতে ওলাই নাথাকে। কিন্তু গল্পকাৰে কোনো এটি গল্পৰ ৰূপ দিয়া সময়ত তেওঁৰ জীৱনৰ প্ৰতি থকা বিশেষ এক

দৃষ্টিভঙ্গীৰ মাজেদিহে সি প্ৰকাশৰ বাটলৈ আহে। এই দৃষ্টিভঙ্গী গল্পকাৰৰ জীৱন-দৰ্শনৰ দ্বাৰা নিয়ন্ত্ৰিত। লেখকৰ নিজা দৃষ্টিভঙ্গীৰ মাজেদি কোনো এটা কথা প্ৰকাশিত নহ'লে সেই কথা নীৰস ঘটনা-বিন্যাস মাথোন হয়। এনে লেখাৰ ঐতিহাসিক কিবা মূল্য থাকিলেও আনৰ অন্তৰ স্পৰ্শ কৰি তাক উৎফুল্ল কৰাৰ ক্ষমতা নাথাকে। গল্প গতানুগতিক ঘটনাৰ সমষ্টি নহয়। ই কোনো এক ব্যক্তিৰ অন্তৰৰ পৰশত সঞ্জীৱিত হৈ উঠা বিশিষ্ট অভিজ্ঞতা, সেই অভিজ্ঞতা প্ৰকৃতই হওক নাইবা কাল্পনিকেই হওক। গল্পৰ মাজেদি পোনপটীয়া শিক্ষা দিয়াৰ উদ্দেশ্য গল্পলেখকৰ নাই, কিন্তু গল্প পঢ়ি পাঠকে তাৰপৰা শিক্ষালাভ কৰিব খুজিলে লেখকৰ তাত আপত্তিও নাই। গল্পৰ মাজত লুকাই থকা তত্ত্ব বিধি-নিষেধৰ দৰে অনুশাসনৰ সূত্ৰ নহয়, নাইবা নীতিশাস্ত্ৰৰ মূল্যবান উপদেশো নহয়। দাৰ্শনিকে যুক্তিৰ সহায়ত কোনো এটি আদৰ্শৰ অনুসৰণ আৱশ্যকীয় বুলি প্ৰমাণ কৰে, সমাজ সেৱীয়ে সেই আদৰ্শৰ অনুকূলে কেনেকৈ জীৱন গঢ়ি তুলিব লাগে তাৰ বাট দেখুৱায় কিন্তু গল্প-লেখকে চৰিত্ৰৰ সহায়ত জীৱনৰ তত্ত্ব ব্যক্ত বা প্ৰকাশ কৰে মাথোন। এই প্ৰকাশৰ মাজত কোনো আদেশ বা অনুজ্ঞা নিহিত নাথাকে। যুক্তিৰ মাজেদি দাৰ্শনিকে কোনো এটি সত্য আমাৰ আগত তুলি ধৰিলে আমি সেই সত্য বুজি পাওঁ। যুক্তিৰ অধীন আমাৰ মনে তাক সত্য বুলি গ্ৰহণ কৰে। এই গ্ৰহণৰ সম্বন্ধ বিচাৰ-ধাৰাৰ লগত। কিন্তু গল্প-লেখকে গল্পৰ যোগেদি কোনো এটি তত্ত্বৰ ইঙ্গিত দিলে আমি সেই তত্ত্ব অন্তৰত অনুভৱ কৰোঁ। বিচাৰ ধাৰাৰ লগত এই অনুভূতিৰ কোনো সম্বন্ধ নাই। এই অনুভূতিৰ প্ৰত্যক্ষ বিচাৰধাৰা কিন্তু অনুমান-প্ৰমাণ সাপেক্ষ। শৰৎচন্দ্ৰ গোস্বামীয়ে "পিয়াহৰ পানী" নামৰ সৰু গল্পটোত এটা বেমাৰী ল'ৰাই এটুপি পানীৰ কাৰণে কেনেকৈ মাকক খাটিছে তাৰ বৰ্ণনা দিছে। মাকে ল'ৰাক পানী খাবলৈ দিলে বেমাৰ বাঢ়িব

তত্ত্ব নীতিবচন নহয়

বুলি ভয় কৰি তাক পানী দিয়া নাই। সেহত ল'ৰাটো মৃত্যুৰ মুখত পৰিছে। এই গল্পৰ মাজেদি লেখকে বেমাৰীক পানী খাবলৈ দিয়া উচিত—এই নীতিবচন তুলি ধৰিব খোজা নাই। তেওঁৰ উদ্দেশ্য এটা বিশেষ পৰিস্থিতিৰ মাজত জীৱনলৈ আহি পৰা এটা নিষ্ঠুৰ ঘটনাৰ প্ৰকাশ। লেখকৰ হাতত ঘটনাৰ বৰ্ণনা চিত্ৰ-প্ৰধান হৈছে। কোনো এটা পৰিস্থিতিৰ মাজত এটা চৰিত্ৰই কেনেভাৱে কাম কৰে তাৰ প্ৰকাশৰ ওপৰতে গল্পলেখকে সকলো শক্তি নিয়োগ কৰে। চৰিত্ৰৰ এই কাৰ্য্য নীতিশাস্ত্ৰ-সম্মত হলেও সি নীতিবচন নহয়। ই কোনো এক দুৰ্য্যোগপূৰ্ণ মুহূৰ্ত্তৰ ভিতৰত চৰিত্ৰৰ ক্ৰিয়া-শক্তিৰ প্ৰকাশ মাথোন। প্ৰকাশৰ বাট হয়তো বহুতো আছে। তথাপি এটি বাট নলৈ আনটো লোৱাৰ কাৰণ এয়ে যে তাৰ বাটটো বাচি লোৱাৰ ক্ষমতা আছে, স্বাধীনতা আছে। পাৰিপাৰ্শ্বিক ঘাত-প্ৰতিঘাতে চৰিত্ৰটোৰ ব্যক্তিত্ব-বিলোপ সাধন কৰা নাই। চৰিত্ৰটোৰ আধ্যাত্মিক শক্তিয়ে তাৰ কাৰ্য্য নিয়ন্ত্ৰিত কৰিছে। কোনো কোনো গল্পত হলে পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱে চৰিত্ৰৰ কাৰ্য্যকলাপৰ গতি নিৰ্দ্ধাৰিত কৰে। এনেবোৰ গল্পৰ মাজতো এটা তত্ত্ব নিহিত থাকে, কিন্তু এই তত্ত্বও বিচাৰিহে উলিয়াব লাগে। গল্পলেখকে গল্পৰ যোগেদি জীৱনৰ তত্ত্বৰ ইঙ্গিত দিব খুজিলে সেই তত্ত্ব গল্পৰ গাঠনিৰ মাজতে নিহিত হৈ থাকে। পাঠকে ইচ্ছা কৰিলে তাক বিচাৰি লব পাৰে আৰু নললেও লেখকৰ কোনো আপত্তি নাই।

গল্পৰ ভিতৰেদি সাময়িক আৰু সাৰ্বজনীন দুয়ো ধৰণৰে ভাৱধাৰা প্ৰকাশিত হব পাৰে। কিছুমান গল্প কোনো সাময়িক সমস্যাৰ প্ৰতি লক্ষ্য ৰাখি ৰচনা কৰা হয়। এই-বোৰৰ মাজতো সাৰ্বজনীন ভাৱধাৰা সোমাই পৰিব পাৰে। কিন্তু এনেবোৰ গল্পৰ সাধাৰণ উদ্দেশ্য হ'ল কোনো সাময়িক সমস্যাৰ মাজত ব্যক্তিৰ প্ৰতিক্ৰিয়াৰ প্ৰকাশ। কোনো এটি বিশেষ সাময়িক

গল্পত সাময়িক আৰু সাৰ্বজনীন ভাৱধাৰা

সমস্যাৰ লগত এনেবোৰ গল্প নিবিড়ভাৱে জড়িত থাকে। সৰহ ভাগ গল্প ৰচিত হয় মানুহৰ চিৰন্তন আশা-আকাঙ্ক্ষা হা-হুতাশ প্ৰভৃতি জৈৱিক সমস্যাক কেন্দ্ৰ কৰি। মানুহৰ স্বাভাৱিক প্ৰবৃত্তিৰ অৱলম্বনত উৎকৃষ্ট গল্প-সৃষ্টি হলে তাৰ দাবী সাৰ্বজনীন। অকল কথাবস্তু নিৰ্ব্বাচনৰ ওপৰতে গল্পৰ সাময়িকতা আৰু সাৰ্বজনীনত্ব নিৰ্ভৰ নকৰে, পৰিস্থিতি নিৰ্বাচন আৰু লেখকৰ ৰচনাশৈলীৰ চমৎকাৰিত্বৰ সংযোগো ইয়াত আছে।

গল্প সুসংগঠিত আৰ্ট। ইয়াৰ যোগেদি কোনো এটা কেন্দ্ৰীভূত ভাব প্ৰকাশ কৰা হয়। বিক্ষিপ্ত ভাবধাৰাৰ সমাবেশৰ ঠাই গল্পত নাই। কোনো এটি বিশেষ মুহূৰ্ত্তৰ ওপৰত আলোকপাত কৰি জীৱনৰ কোনো এটি দিশ পোহৰাই তোলাই গল্পৰ উদ্দেশ্য। ইযাৰ কাৰণে

ৰচনা-কৌশল

গল্পকাৰে ভিন ভিন কৌশল অৱলম্বন কৰে। যি কৌশলৰ সহায়ত তেওঁৰ কথাবস্তু ৰমণীয় হৈ উঠে তাৰ প্ৰতি তেওঁ সদায় চকু ৰাখে। ক'তো ক'তো নাটকীয় ভঙ্গীৰ সহায়ত কথাবস্তুৰ পাতনি মেলা হয আৰু নাটকীয় ভঙ্গীৰ মাজেদিয়ে তাৰ সামৰণিও মৰা হয। কতো কতো লেখকে সৰল ভাষাৰ মাধ্যমেৰে বৰ্ণনাত্মক ৰীতি প্ৰয়োগ কৰে। ক'তো ক'তো আকৌ বৰ্ণনাত্মক আৰু নাটকীয ভঙ্গী দুয়োৰে প্ৰয়োগ দেখিবলৈ পোৱা যায। কিন্তু যি ধৰণৰ কৌশলকে অৱলম্বন কৰা নহওক লাগে ৰচনাশৈলী বিশিষ্ট ধৰণৰ হৈ নুঠিলে অভিপ্ৰেত ফল লাভ কৰা নাযায়। উপন্যাসৰ কোনো কোনো ঠাইত আপেক্ষিক নীৰস বৰ্ণনা থাকিলেও উপন্যাসৰ সৌন্দৰ্য্য মলিন হৈ নপৰে। কিন্তু চুটি গল্পৰ ক্ষেত্ৰত আৰম্ভণিৰেপৰা শেষলৈকে ৰচনাশৈলীৰ মাধুৰ্য্যই পাঠকৰ মনত ৰসৰ সঞ্চাৰ কৰিব লাগে। গল্পত দুৰ্বল আৰম্ভণি আৰু দুৰ্বল পৰিণতি দুয়োটাই পৰিহাৰ্য্য। গল্পত বাহুল্যৰ স্থান নাই। কেন্দ্ৰীভূত ভাবপ্ৰকাশৰ অৰ্থে ভাষাও হব লাগে সংযত অথচ অৰ্থ-প্ৰকাশক। ভাবৰ বিন্যাস আৰু ভাষাৰ প্ৰয়োগৰ পাৰম্পৰিক সংযোগে ব্যঞ্জনা

বৃত্তিৰ দ্বাৰা প্ৰকাশিত বস্তু আৰু ভাবক পোহৰাই তুলিব লাগে। গল্পৰ যোগেদি এটি মাথোন প্ৰভাব মূৰ্ত্ত কৰিবলৈ চেষ্টা কৰোঁতে লেখকৰ নিৰ্বাচন-পটুতাৰ আৱশ্যক হয়। অপ্ৰয়োজনীয়, অনাৱশ্যকীয় কথা বাদ দি গল্পলেখকে কোনো এটি অভিজ্ঞতাৰ ঐকিক প্ৰভাৱৰ ওপৰত বিশেষ মনযোগ দিয়ে। এই প্ৰভাৱ গভীৰ কৰাৰ অৰ্থে বাক্য-সংযোগ নিখুঁত আৰু অনুভূতি প্ৰকাশক হব লাগে। উচিত শব্দ উচিত অৰ্থত প্ৰয়োগ কৰি আৰু সময়ে সময়ে উপমা-অলঙ্কাৰৰ যোগেদি লেখকে এই উদ্দেশ্য সাধন কৰে।

কোনো কোনো আলোচকে গল্পৰ ক্ষেত্ৰত ৰচনা-কৌশলৰ ওপৰতে সৰ্বাধিক গুৰুত্ব আৰোপ কৰে। আচলতে সাহিত্যৰ ক্ষেত্ৰত ৰচনা-শৈলীৰ মাধুৰ্য্য অপৰিহাৰ্য্য বুলি কলেও অত্যুক্তি কৰা নহয়। কিন্তু

**কথাবস্তু আৰু ৰচনা-কৌশল**

ভাব আৰু কৌশল এই দুয়োটাৰে সম্বন্ধ ইমান ওচৰা-ওচৰি যে এটাক এৰি আনটোৰ চিন্তা অসম্ভৱ যেন লাগে। এজন চিত্ৰশিল্পীৰ মনত গঢ় লোৱা এটি সুন্দৰ চিত্ৰৰ মানসিক ৰূপৰ মূল্য বেছি নে তেওঁৰ সুদক্ষ হাতৰ তুলিৰ পৰশৰ মূল্য বেছি তাক জোখ-মাখ কৰি চোৱাৰ তুলাচনী বৈজ্ঞানিকে আজিও আবিষ্কাৰ কৰা নাই। আৰ্টিষ্টৰ মানসিক কল্পনা আৰু তাৰ প্ৰকাশৰ কৌশল এই দুয়োটাকে স্বতন্ত্ৰ কাৰ্য্য বুলি ধৰি ললেহে এটাৰ আনটোৰ ওপৰত থকা উৎকৰ্ষতা বা অপকৰ্ষতাৰ প্ৰশ্ন উঠে। কিন্তু এই দুয়োটা বৃত্তি মিলিত হলেহে সৃষ্টিৰ সম্ভৱ হয় যেতিয়া এই আলোচনাত প্ৰবৃত্ত হোৱাৰ বিশেষ প্ৰয়োজন নাই। আচলতে বস্তু আৰু কলা-কৌশলৰ পৰিণয় ঘটিলেহে সাৰ্থক সৃষ্টি সম্ভৱ হয়। বস্তুৰ জড়তাই কলা-কৌশলৰ পৰিধি সীমিত কৰে। আনহাতে ৰমণীয় বস্তু-নিৰ্বাচনে কলা-কৌশলৰ উৎকৰ্ষ সাধনত সহায় কৰে। কথাবস্তু আৰু কলা-কৌশল অপূৰ্বভাৱে মিলিত হলেহে কোনো এটি গল্প উৎকৃষ্ট বুলি বিবেচিত হয়। ৰচনা-কৌশল ভাবৰ ওপৰত জাপি দিয়া

এটা বেলেগ শক্তি নহয় কিন্তু ভাবৰ বা বস্তুৰ অৱলম্বনত লেখকৰ মনোবাঞ্ছ্যৰপৰা ওলাই অহা এটা শাব্দিক ৰূপহে। এই ৰূপ এটা বস্তুৰ ৰূপ। কথাবস্তুৰ স্বয়ং প্ৰকাশিত হবৰ যোগ্যতা নাই। লেখকৰ বিশেষ দৃষ্টিভঙ্গীৰ মাজেদি কথা-বস্তুৱে শব্দৰ সাজপাৰ পিন্ধি আনৰ চকুৰ আগত দেখা দিয়ে। এই সাজপাৰ চকুত চমকলগা বিধৰ হলেও কুৎসিৎ বস্তুৰ গঢ সম্পূৰ্ণভাবে লুকাই ৰখা নাযায়। গল্পৰ ক্ষেত্ৰতো কুৎসিৎ কথাবস্তু এটিক অকল ৰচনা-কৌশলেৰে সুন্দৰ কৰি তোলা অসম্ভৱ। আচল কথা হৈছে প্ৰকাশৰ বাটলৈ অহাৰ সময়ত কথাবস্তু আৰু ৰচনাশৈলী দুটা ভিন ভিন বস্তু হৈ নাথাকে। দুয়োটাই মিলিত হৈ এটা বস্তু হিচাবে প্ৰকাশিত হয়। এইবাবে বস্তুৰ ৰমণীয়তা আৰু ৰচনা-শৈলীৰ মাধুৰ্য্য এটা বস্তুৰে দুটা পিঠি মাথোন। কোনো গল্পৰ মাজত ৰচনা-শৈলীৰ মাধুৰ্য্য পৰিলক্ষিত হলে সেই মাধুৰ্য্য আনে অনুকৰণ কৰিব নোৱাৰে। গল্পৰ মাধুৰ্য্য তাৰ বস্তুৰ লগত এনে-ভাবে মিলিত হৈ আছে যে বস্তু এৰি অকল ৰচনা-মাধুৰ্য্য আঁতৰাই অনা অসম্ভৱ। এইবাবে এটা গল্পত যি ৰচনা-কৌশল প্ৰয়োগ হয়, দ্বিতীয় গল্পত সেই একে কৌশল প্ৰয়োগৰ উপযুক্ত স্থান নাই। গল্পলেখকৰ জীৱনৰ ভিন ভিন অভিজ্ঞতা ভিন ভিন ৰূপত প্ৰকাশিত হয়। এইবাবে দুটা উৎকৃষ্ট গল্পৰ কলা-কৌশল কেতিয়াও একে ধৰণৰ নহয়।

আৰ্টৰ ক্ষেত্ৰত ভাব আৰু কৌশল ওতঃপ্ৰোতভাবে জড়িত। আৰ্টিষ্টৰ মনত ভাবৰ প্ৰাচুৰ্য্য থাকিলে সি প্ৰকাশৰ বাটলৈ আহে

**বস্তু আৰু কৌশলৰ পাৰস্পৰিক সম্বন্ধ**

আৰু ভাব-প্ৰকাশৰ কাৰণে আৰ্টিষ্টৰ সক্ৰিয় চেষ্টা আৰু কৌশল প্ৰয়োগৰো প্ৰয়োজন হয়। সাহিত্যৰ ক্ষেত্ৰত ভাব, আৰু শব্দৰ মাজেদি ভাব প্ৰকাশৰ চেষ্টা,—এই দুয়োটাই মানসিক কাৰ্য্য। ভাব মূৰ্ত্ত কৰি যেতিয়া কাগজৰ পাতত তাৰ শাব্দিক-ৰূপ দিয়া হয়

তেতিয়া লেখকৰ মনোৰাজ্যৰপৰা ওলাই অহা ভাববোৰ শব্দ আৰু বাক্যৰ মাজেদি স্পষ্ট হৈ উঠে। সঁচা কথা, আমি শব্দৰ সহায়তহে লেখকৰ মনৰ ভাব আৰু জীৱনৰ অভিজ্ঞতা গ্ৰহণ কৰাৰ সুযোগ পাওঁ। এই ফালৰপৰা চালে লেখকৰ শব্দ-বিন্যাস ক্ষমতাৰ ওপৰতে ভাব-প্ৰকাশৰ সাৰ্থকতা নিৰ্ভৰ কৰে। কিন্তু শব্দৰ সহায়েৰে প্ৰকাশ কৰিবলগীয়া ভাব বা কথাবস্তু লেখকৰ মনৰ গুৰিতে আছে। লেখকৰ অন্তৰত খেলি-মেলি হৈ পৰি থকা অসংখ্য ভাব আৰু অভিজ্ঞতাৰ স্মৃতি তেনেই অস্পষ্ট। এই অস্পষ্ট ভাব-ৰাশিক স্পষ্ট কৰা, অসংলগ্ন ভাবৰ মাজত সংলগ্নতা স্থাপন কৰা সাহিত্যিকৰ কাম। ভাবপ্ৰকাশ কৰিব লাগিলে সি যুক্তিৰ চাৰিসীমাৰ ভিতৰলৈ আহিব লাগে। গতিকে দেখা যায় যে শব্দ-প্ৰয়োগৰ আগতে আছে লেখকৰ ভাব-প্ৰকাশৰ আকাঙ্ক্ষা। শব্দাদিৰ সাঙ্কেতিক চিহ্নৰ মাজেদি লেখকৰ মনৰ ভাব ব্যক্ত কৰা হয়। এই চিহ্নাদিৰ প্ৰয়োগ যিমানেই নিখুঁত হয় সিমানেই ভাবো হৈ উঠে সমুজ্জ্বল। গল্পৰ ক্ষেত্ৰত অকল শব্দ-পাতনিৰ বৈশিষ্ট্যই নহয়, পৰিস্থিতি আৰু পটভূমিৰ দক্ষ নিৰ্বাচনৰ প্ৰয়োজনো তাত আছে। শ্ৰেষ্ঠ গল্পকাৰ-সকলৰ হাতত ঘটনা-বিন্যাস, চৰিত্ৰৰ কাৰ্য্যকলাপ আৰু ৰচনা-মাধুৰ্য্য সকলোৱে পাৰস্পৰিক সহায়ক হৈ পৰিণতিৰ পিনে আগ-বাঢ়ে। গল্পৰ ঐকিক প্ৰভাৱৰ কাৰণে এওঁলোকে গল্পৰ সকলো উপাদানৰ ওপৰতে সমানভাৱে চকু ৰাখে আৰু সকলো অংশকে নিখুঁত কৰি তুলিবলৈ যত্ন কৰে।

আমাৰ জীৱনত আমি নানা তৰহৰ অভিজ্ঞতা লাভ কৰোঁ। কিন্তু কিছুমান অভিজ্ঞতাৰ ওপৰত আমি কোনো গুৰুত্ব নিদি সেইবোৰক বিস্মৃতিৰ অটল সমুদ্ৰত বুৰ যাবলৈ এৰি দিওঁ। আন

**চৰিত্ৰৰ দৃষ্টিভঙ্গী**

কিছুমান অভিজ্ঞতা আছে যিবোৰ অতীতত লাভ কৰা আন অভিজ্ঞতাৰ লগত বিজাই চালেহে সেইবোৰৰ মূল্য ভালকৈ বুজি পোৱা যায়। আমাৰ জীৱনৰ

বাটত এজন মানুহক কেইবাৰাবো লগ পাব পাৰোঁ অথচ এই মানুহজনৰ সম্বন্ধে আমাৰ যি অভিজ্ঞতা সেই অভিজ্ঞতা অভ্ৰান্ত নহবও পাৰে। কিন্তু পিছত কোনো স্বাৰ্থ-সংঘাতৰ মাজেদি যেতিয়া তেওঁক দেখা পাওঁ, তেতিয়াহে তেওঁৰ প্ৰতি থকা ভ্ৰান্ত ধাৰণা আমাৰ মনৰপৰা আঁতৰে। গল্পৰ মাধ্যমেৰে এনে অভিজ্ঞতা ৰূপ দিব লাগিলে অতীতৰ অভিজ্ঞতাৰ লগত নৱলব্ধ অভিজ্ঞতাৰ সম্বন্ধ দেখুৱাৰ প্ৰয়োজন হৈ পৰে। কিন্তু কলা-কৌশলৰ ফালৰপৰা চালে ভালেমান অভিজ্ঞতাৰে গল্প ভাৰাক্ৰান্ত কৰিব নোৱাৰি। তেনে কৰিলে গল্প-সৌন্দৰ্য্য নষ্ট হয়। লেখকে তেতিয়া নিৰ্বাচন-কৌশলৰ সহায়ত এটা বা দুটা মাথোন অতীত অভিজ্ঞতাৰ ভেটিত নতুন অভিজ্ঞতা তুলি ধৰে। গল্পত বাহুল্যৰ স্থান নাই বাবে পৰিবেশ, পৰিস্থিতি আদিৰ নিৰ্বাচনত গল্পকাৰ সদায় সুদক্ষ হব লাগে। জীৱনৰ আশা-আকাঙ্ক্ষাৰ ক্ষেত্ৰত মানুহ-মানুহৰ মাজত যথেষ্ট মিল থাকিলেও কোনো এক ব্যক্তিৰ কোনো বিষয়ৰ প্ৰথম অভিজ্ঞতা তেওঁৰ প্ৰতি নতুন আৰু অতুলনীয় অভিজ্ঞতা। প্ৰেমৰ প্ৰথম আকৰ্ষণ এজন লোকৰ সম্পূৰ্ণ নতুন অভিজ্ঞতা। সেই দৰে হিংসাৰ পশ্চাৎঘাতী কাৰ্য্যৰ অভিজ্ঞতাও আন এজন লোকৰ ব্যক্তিগত নতুন অভিজ্ঞতা। সৰহ ভাগ লেখকে গল্পৰ যোগেদি কোনো পৰিস্থিতিৰ মাজত ব্যক্তিৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াকেই দেখুৱাবলৈ যত্ন কৰে। ব্যক্তিয়ে লাভ কৰা এনে ধৰণৰ অভিজ্ঞতাকে সচৰাচৰ গল্পৰ বিষয়-বস্তু হিচাবে গ্ৰহণ কৰা হয়। কিন্তু লেখকৰ দক্ষতাৰ বলত এনে অভিজ্ঞতা চৰিত্ৰটোৰ অকল ব্যক্তিগত অভিজ্ঞতাই হৈ নাথাকে কিন্তু উপস্থাপন কৌশল আৰু ৰচনাৰীতিৰ মাধুৰ্য্যৰ বলত ব্যক্তিগত অভিজ্ঞতাই সাৰ্বজনীন ৰূপ পায়। চৰিত্ৰৰ এনে অভিজ্ঞতা সম্যকৰূপে উপলব্ধি কৰিব লাগিলে চৰিত্ৰটোৱে কোনো এটি সমস্যা বা অভিজ্ঞতা যি দৃষ্টি-কোণৰপৰা চাইছে পাঠকে সেই দৃষ্টিকোণ বুজি লোৱাৰ প্ৰয়োজন

হয়। গল্পৰ ক্ষেত্ৰত লেখকৰ নিজৰ দৃষ্টিভঙ্গী আছে কিন্তু বহুতো গল্পত সেই দৃষ্টিভঙ্গী চৰিত্ৰৰ মাজেদিহে প্ৰকাশিত হয়। কোনো এটি চৰিত্ৰই বিশেষ পৰিস্থিতিৰ মাজত কেনে ধৰণে কাম কৰে তাক ভালকৈ বুজিব লাগিলে চৰিত্ৰটোৰ জীৱনৰ প্ৰতি থকা দৃষ্টিভঙ্গীলৈ লক্ষ্য কৰিব লাগে। ব্যক্তিগত ৰুচি-বিৰোধ মানৱ-সমাজৰ এটা বিচিত্ৰতা। এজনে ভালপোৱা এটা গল্প আন এজনে বেযা পোৱাৰ মূলতে আছে এই ৰুচি-বিৰোধ। কিন্তু গল্পকাৰে গল্পৰ যোগেদি সকলোকে সমানে আনন্দ দিব খোজে। গল্পৰ ৰস উপলব্ধি কৰি এই আনন্দ উপভোগ কৰাৰ ইচ্ছা থাকিলে পাঠকে ঘাই চৰিত্ৰৰ জীৱনৰ প্ৰতি থকা দৃষ্টিভঙ্গীৰ মাজেদি গল্প-সৌন্দৰ্য্য উপলব্ধি কৰাৰ যত্ন কৰিব লাগে। অনেক সময়ত চৰিত্ৰৰ বিশেষ দৃষ্টিভঙ্গীৰ প্ৰতি উদাসীন হৈ থাকিলে গল্পৰ তাৎপৰ্য্য গ্ৰহণ অসম্ভৱ হৈ পৰে। সকলো গল্পৰে তাৎপৰ্য্য ওপৰতে ওলাই নাথাকে। কিছুমান গল্প বেছ জটিল ৰূপত প্ৰকাশিত হয়। এইবোৰ গল্প ভালকৈ বুজিব খুজিলে চৰিত্ৰৰ দৃষ্টিভঙ্গী আৰু অলঙ্কাৰ আৰু প্ৰতীকৰ প্ৰয়োগেৰে সমৃদ্ধ ৰচনা-শৈলীও ভালকৈ বুজিব লগা হয়।

গল্পকাৰৰ নিজৰ বা চৰিত্ৰৰ দৃষ্টিভঙ্গী প্ৰকাশৰ বাট চাৰিটা। (১) গল্পৰ ঘটনাৰ বাহিৰতে থাকি গল্পলেখকে সকলো ঘটনাৰ বিৱৰণ দাঙি ধৰিব পাৰে আৰু আৱশ্যক মতে নিজৰ দুই-চাৰি মন্তব্যও তুলি ধৰিব পাৰে। এনে ধৰণৰ গল্পত যিবোৰ চৰিত্ৰ সৃষ্টি কৰা হয় সেইবোৰৰ চাৰিত্ৰিক বৈশিষ্ট্য সাধাৰণতে ঘটনা-বৈচিত্ৰ্য আৰু পাৰিপাৰ্শ্বিকতাৰ বৰ্ণনাৰ মাজেদি ফুটি উঠে। গল্পৰ ঘটনা-বিন্যাস, বৰ্ণনা-ৰীতি আৰু লেখকৰ মন্তব্যৰ মাজত লেখকৰ নিজা দৃষ্টিভঙ্গীও বিচাৰিলে পোৱা যায়। এই ৰীতি অনুসৰণ কৰি গল্প ৰচনা কৰাৰ এটা সুবিধা আছে। গল্পলেখকে আৱশ্যক মতে চৰিত্ৰৰ মানসিক অৱস্থাৰ বিশ্লেষণ কৰিব

দৃষ্টিভঙ্গী প্ৰকাশৰ বাট

পাৰে আৰু লগতে চৰিত্ৰৰ মনোৰাজ্যৰপৰা বাহিৰলৈ আহি বৰ্ণনাৰ সহায়ত পটভূমি স্পষ্ট কৰিবও পাৰে। আন এটা সুবিধা এয়ে যে লেখকে কেতিয়াবা কেতিয়াবা ঘাই চৰিত্ৰটোৰ কাৰ্য্যকলাপৰ মাজেদি জীৱনৰ আলোচনা তুলি ধৰিব পাৰে আৰু আন সময়ত কোনো এটা তলতীয়া চৰিত্ৰৰ দৃষ্টিকোণৰপৰাও তেওঁ সকলো কথা চাব পাৰে। এনে ৰীতি প্ৰয়োগ কৰিলে গল্পকাৰৰ স্বতন্ত্ৰতা থাকে বেছি। গল্পকাৰে নিজৰ স্বাতন্ত্ৰ্য সহজতে খৰ্ব কৰিবও নিবিচাৰে। গতিকে বহুতো গল্পত এই ৰীতিকেই অৱলম্বন কৰা দেখা যায়। কিন্তু এইটো এটা সাধাৰণ অভিজ্ঞতা যে যি ক্ষেত্ৰত স্বাধীনতা বেছি সেই ক্ষেত্ৰত ভুল-ত্ৰুটিৰ সম্ভাৱনাও অধিক। এই ৰীতি অনুসৰণ কৰি ঘাই চৰিত্ৰৰ দৃষ্টিভঙ্গীৰপৰা তলতীয়া চৰিত্ৰৰ দৃষ্টিভঙ্গীলৈ যাওঁতে নাইবা চৰিত্ৰৰ মনস্তাত্ত্বিক আলোচনাত প্ৰবৃত্ত হৈ পিছতে পটভূমিৰ ওপৰত গুৰুত্ব আৰোপ কৰিব খোজোঁতে গল্পৰ অখণ্ডতা আৰু একক প্ৰভাৱ নষ্ট হোৱাৰ ভয় আছে। আন হাতে কোনো এটা বিশেষ দৃষ্টিভঙ্গীৰ মাজেদি ঘটনা আৰু চৰিত্ৰবোৰ নোচোৱাৰ বাবে লেখকৰ দৃষ্টিভঙ্গীও অস্পষ্ট হৈ থাকিব পাৰে। নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ "প্ৰতিজ্ঞা", লক্ষ্মীধৰ শৰ্মাৰ "চিৰাজ" আৰু বীৰেন্দ্ৰ ভট্টাচাৰ্য্যৰ "কলং আজিও বয়" আদি গল্পত এই ৰীতি প্ৰয়োগ কৰা হৈছে। এনে ৰীতি প্ৰযোগ কৰি পাশ্চাত্য সাহিত্যত বিশেষকৈ এজন গল্পকাৰে খ্যাতি লাভ কৰিছে। সেইজন হ'ল ফক্‌নাৰ। (২) গল্পৰ মাজত থকা ঘাই চৰিত্ৰৰ দৃষ্টিভঙ্গীৰ ফালৰপৰা গল্পলেখকে সকলো ঘটনা সংযোগ কৰিব পাৰে। সৰহ ভাগ গল্পতে এই ৰীতি অৱলম্বন কৰা দেখা যায়। এই ৰীতি অৱলম্বন কৰিলে লেখকৰ স্বাধীনতা সীমাৰ মাজলৈ আহে। কোনো এটা বিশেষ দৃষ্টিকোণৰ মাজেদি সকলো কাৰ্য্য চাবলগীয়া হোৱাত কেন্দ্ৰীভূত ভাৱ-প্ৰকাশৰ সুবিধা এই ৰীতিৰ মাজতে আছে। কিন্তু ঘাই চৰিত্ৰৰ যোগ্যতা অযোগ্যতা অনুসৰি কোনো অভিজ্ঞতাৰ ৰূপ দিব লগা হোৱাৰ কাৰণে লেখকৰ নিজা দৃষ্টিভঙ্গী চৰিত্ৰৰ যোগেদি

প্ৰকাশ কৰাত কিছু অসুবিধাও আছে। এজনী নিচলা বিধবাৰ একমাত্ৰ পুত্ৰৰ অকাল বিয়োগত এজন সমাজসেৱীৰ চৰিত্ৰত যি প্ৰতিক্ৰিয়া দেখিবলৈ পোৱা যাব, আনৰ ওপৰত কৰা অত্যাচাৰ উৎপীড়নকে জন্মস্বত্ব বুলি বিবেচনা কৰা আন এজন ব্যক্তিৰ ক্ষেত্ৰত সেই প্ৰতিক্ৰিয়া পোৱা নাযায়। গতিকে এই ৰীতি অৱলম্বন কৰিলে চাৰিত্ৰিক বৈশিষ্ট্যৰ লগত ঘাই চৰিত্ৰৰ দৃষ্টিভঙ্গীৰ সম্পূৰ্ণ সঙ্গতি থকাৰ আৱশ্যক, নহলে গল্প হৈ পৰে অবিশ্বাস্য। কোনো কোনো লেখকে গতানুগতিকভাৱে চৰিত্ৰ সৃষ্টি কৰি সেই চৰিত্ৰৰ যোগেদি কোনো এটি জীৱনৰ সত্য প্ৰকাশ কৰিব খোজে, কিন্তু অভিপ্সিত সত্য আৰু চৰিত্ৰৰ বৈশিষ্ট্যৰ মাজত নাথাকে সঙ্গতি। ফলত গল্পকাৰে বলেৰে চৰিত্ৰৰ যোগেদি সত্য প্ৰকাশ কৰিবলৈ যত্ন কৰোঁতে গল্পৰ আঁৰত লুকাই থকা লেখক বাহিৰলৈ ওলাই আহে। কিন্তু গল্পকাৰৰ এই প্ৰৱেশ ৰঙ্গমঞ্চত অবাঞ্ছিত জনৰ প্ৰৱেশৰ সদৃশ। আমাৰ গল্প-সাহিত্যত যোগেশ দাসৰ "কলপটুৱাৰ মৃত্যু", ত্ৰৈলোক্য গোস্বামীৰ "ছুটকীয়া নোট", চন্দ্ৰপ্ৰসাদ শইকীয়াৰ "অথিৰ এছু সংসাৰ" প্ৰভৃতি বহুতো গল্পতে এই ৰীতি অৱলম্বন কৰা দেখা গৈছে। (৩) গল্পৰ মাজত থকা কোনো এটা তলতীয়া চৰিত্ৰৰ দৃষ্টিভঙ্গীৰ মাজেদি কিছুমান গল্প ৰচিত হয়। গল্পত এই ৰীতি অৱলম্বন কৰিলে আৱশ্যক-মতে লেখকৰ নিজ মন্তব্য সংযোগ কৰাৰ থল থাকে। আন হাতে কিছুমান ঘটনাৰ বৰ্ণনা তলতীয়া চৰিত্ৰৰ মুখেদি ওলালে সি সহজতে বিশ্বাসযোগ্যও হয়। বিশেষকৈ তলতীয়া চৰিত্ৰটোৰ ঘাই চৰিত্ৰৰ লগত সম্বন্ধ থকা হেতুকে ঘাই চৰিত্ৰৰ এটি ফাল পোহৰলৈ অনাৰ সুবিধাও আছে। কিন্তু এই ৰীতি অৱলম্বনৰ ক্ষেত্ৰত এটা অসুবিধা এয়ে যে তলতীয়া চৰিত্ৰৰ সংস্কাৰৰ কুৰ্‌লীৰ মাজেদি সকলো কাৰ্য্য প্ৰকাশিত হোৱাৰ ফলত ঘাই চৰিত্ৰ অস্পষ্ট হৈ থকাৰ ভয় আছে। ৰীৰেন্দ্ৰ ভট্টাচাৰ্য্যৰ "মিঞা মনচুৰ" গল্পত এই ৰীতি অৱলম্বন কৰা হৈছে। (৪). গল্পৰ ঘটনা-সমষ্টিৰ বাহিৰত থাকি লেখকে ঘটনা-প্ৰবাহ

স্বাভাৱিক গতিত বৈ যাবলৈ এৰি দিব পাৰে। আধুনিক শ্ৰেষ্ঠ গল্পকাৰসকলে এই ৰীতি অৱলম্বন কৰি কোনো ঘটনা বা পৰিস্থিতিৰ মাজত চৰিত্ৰৰ নিজ নিজ প্ৰতিক্ৰিয়াবোৰ দৰ্শকৰ দৰে লক্ষ্য কৰে মাথোন। গল্প বিশ্বাসযোগ্য আৰু স্বাভাৱিক কৰাৰ কাৰণে এই ৰীতি এক বিশিষ্ট ৰীতি। ইয়াত নাট্যকাৰৰ দৰে গল্পকাৰেও ঘটনাৰ অন্তৰালত নিজৰ ব্যক্তিত্ব লুকাই ৰাখে আৰু নিৰপেক্ষ দৰ্শকৰ দৰে চৰিত্ৰৰ কাৰ্য্যকলাপৰ মাজত নিজৰ সংস্কাৰ বা মতবাদৰ প্ৰভাৱ পৰিব নিদিয়ে। পৃথিবীৰ দুগৰাকী শ্ৰেষ্ঠ গল্পকাৰ মোপাছাঁ আৰু চেক্‌ভৰ ভালেমান গল্পতে এই ৰীতিৰ প্ৰয়োগ চকুত পৰে। অসমীয়া গল্প-সাহিত্যত আব্দুল মালিকৰ "মৰম", "কাঠফুলা", ত্ৰৈলোক্য গোস্বামীৰ "জাৰজ", ৰাধিকা গোস্বামীৰ "নিয়তি", ভবেন্দ্ৰ শইকীয়াৰ "ঢোৰা সাপ" প্ৰভৃতি গল্পত এই ৰীতি প্ৰয়োগ কৰা হৈছে।

বিজ্ঞানৰ নানান আবিষ্কাৰে আধুনিক যুগৰ মানুহৰ মনৰ ওপৰত যি প্ৰভাব বিস্তাৰ কৰিছে তাৰ ফলত মানুহৰ মন হৈ পৰিছে সংশয়বাদী। অলীক কল্পনা আৰু অবাস্তব বিষয়ৰ সহায়ত আধুনিক পাঠকৰ মনত ৰসৰ সঞ্চাৰ সম্ভৱ নহয়। মানুহৰ যুক্তিবাদী মনে সকলো কথাকে যুক্তিৰ মাপকাঠীৰে জুখি চাবলৈ ইচ্ছা কৰে। গল্পৰ ক্ষেত্ৰতো যুক্তিৰ আৱশ্যকতা অস্বীকাৰ কৰা নাযায়। কিন্তু গল্পত থাকে কল্পনাৰে অধিক প্ৰাধান্য। গল্প হ'ল যুক্তিৰ ভেটিৰ ওপৰত নিৰ্মাণ কৰা কল্পনাৰ সৌধ। দৰ্শন বা বিজ্ঞানৰ বিচাৰধাৰাৰ ক্ষেত্ৰ গল্পত নাই। গল্পৰ মাজেদি দাৰ্শনিক বা বৈজ্ঞানিক সত্য প্ৰকাশিত কৰিব খুজিলেও সেই সত্য যুক্তিৰ দ্বাৰা পৰিচালিত হৈ প্ৰকাশিত নহয়। জীৱনৰ কোনো সমস্যা নাইবা দাৰ্শনিক কোনো সত্যৰ সম্যক আলোচনা গল্পত কৰিব নোৱাৰি। অতি সংক্ষেপ কথাৰে গল্পকাৰে কোনো এটি সত্য বা সমস্যা চিত্ৰৰ সহায়ত তুলি ধৰিব পাৰে কিন্তু চৰিত্ৰৰ কাৰ্য্যাবলীৰ মাজেদি সি দৃষ্টিগোচৰ হব লাগে। গল্পৰ

গল্পত বৈজ্ঞানিক ভাবধাৰা

যোগেদি মানব-মনৰ সূক্ষ্ম বিশ্লেষণৰ চেষ্টাও দেখিবলৈ পোৱা যায়। কিন্তু এই বিশ্লেষণ মনোবিজ্ঞানৰ বিশ্লেষণ নহয়। মনোবৈজ্ঞানিক পণ্ডিতে যুক্তিৰ সহায়ত মানব-মনৰ বিশ্লেষণ কৰি শেহত কোনো সিদ্ধান্তত উপনীত হয়। গল্পত হলে পৰ্য্যবেক্ষণ আৰু কল্পনাৰ আলমত গল্প-লেখকে মানব-মনৰ ক্ৰিয়া প্ৰতিক্ৰিয়া ব্যক্ত কৰে। স্বতঃস্ফূৰ্ত্তভাৱে প্ৰকাশিত ছবি বা প্ৰতীকৰ যোগেদি যি ভাব সঞ্চাৰিত হয় সেই ভাবৰ ক্ৰিয়া হৃদয়ৰ ওপৰত, মানুহৰ অনুভব-ক্ষমতাৰ ওপৰত। কিন্তু যুক্তিৰ সহায়ত যি সত্য তুলি ধৰিব খোজা হয় তাৰ প্ৰভাৱ পৰে মনৰ বিচাৰ-ক্ষমতাৰ ওপৰত। মানবৰ অচেতন আৰু মগ্ন-চেতন ৰাজ্যত লুকাই থকা ভাব-প্ৰকাশৰ ক্ষেত্ৰতো মনোবৈজ্ঞানিক আৰু শিল্পীৰ অনুসৃত পন্থা একে নহয়। যি কৌশলেৰে শিল্পীয়ে মগ্ন-চৈতন্যত লুকাই থকা ভাবৰ ইঙ্গিত দিয়ে সেই কৌশল অৱলম্বন কৰি বৈজ্ঞানিকে সত্য উদ্‌ঘাটন কৰিব নোৱাৰে। আনহাতে বৈজ্ঞানিকৰ কৌশল অৱলম্বন কৰি অচেতন ৰাজ্যত লুকাই থকা ভাব-প্ৰকাশৰ চেষ্টা কৰিলে তাৰ মাজত নাপাওঁ আমি কলাকাৰৰ ব্যক্তিত্ব। তেনে লেখাৰ মূল্য বৈজ্ঞানিক আলোচনা হিচাবে হয়তো আছে কিন্তু আৰ্ট হিচাবে সি নিকৃষ্ট আৰ্ট।

ফ্ৰয়দ্ এজন বিশিষ্ট মনোবৈজ্ঞানিক। তেওঁ তুলি ধৰা মনস্তাত্ত্বিক বিশ্লেষণে পৃথিবীৰ অধিকাংশ কলাকাৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছে। কিন্তু ফ্ৰয়দৰ মতবাদৰ সত্যতা দেখুৱাই তেওঁৰে অনুসৃত বাটেৰে আগবাঢ়ি গল্প ৰচনা কৰিলে সেই গল্পৰ ভিতৰত নাথাকে গল্পকাৰৰ মৌলিক দৃষ্টিভঙ্গী। মানব-মনৰ অভিজ্ঞতাইহে গল্পত অভিজ্ঞতা হিচাপে ৰূপ পায়। কিন্তু গল্পত যেতিয়া অভিজ্ঞতাৰ প্ৰকাশ কৰিব খুখুজি কোনো মতবাদ সমৰ্থনৰ অৰ্থে ঘটনা-সংযোগ কৰা হয়, তেতিয়া সেই ঘটনা জীৱনৰ ঘটনা যেন নালাগে। আন এটা মন কৰিবলগীয়া কথা আছে। কোনো কোনো গল্প-লেখকে গল্পৰ যোগেদি মানসিক ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ছবি তুলি ধৰিব খোজে।

বিশেষ পৰিস্থিতিৰ মাজত চৰিত্ৰৰ মানসিক ক্ৰিয়া প্ৰতিক্ৰিয়াৰ আভাস দিব লাগিলে সেই আভাসো চৰিত্ৰৰ কাৰ্য্যৰ মাজেদিহে ফুটাই তোলা হয়। কিন্তু কোনো এটা চৰিত্ৰই অতীত জীৱনৰ কথা সুঁৱৰি যি কল্পনা-বিলাস কৰে সেই বিলাসৰ বৰ্ণনাৰ মাজত বিচাৰি পোৱা নাযায় মনোবৈজ্ঞানিক বিশ্লেষণ। শিল্পীৰ নিজৰ দৃষ্টিভঙ্গীৰ মাজেদি ভালেমান গল্পত মনোবৈজ্ঞানিক বিশ্লেষণ কৰা দেখা যায়। ভালেমান গল্পলেখকে বিজ্ঞানৰ তথ্যসমূহ নিজৰ শিল্প-প্ৰতিভাৰ অধীনত ৰাখি আৰু সেইবোৰ কৌশলেৰে প্ৰয়োগ কৰি উপাদেয় গল্প সৃষ্টি কৰিছে। আধুনিক বিজ্ঞানৰ জয়যাত্ৰাৰ যুগত শিল্পীয়ে বৈজ্ঞানিক অৱদান উপেক্ষা নকৰি তাৰ আলমতে গঢ়ি তুলিব লাগিব নতুন যুগৰ আৰ্ট। নিজৰ ব্যক্তিত্ব বিসৰ্জন নিদিয়াকৈ বৈজ্ঞানিক মতবাদ বা অৱদানৰ দক্ষ ব্যৱহাৰৰ ওপৰতেই আৰ্টিষ্টৰ কৃতিত্ব আৰু ভবিষ্যত আৰ্টৰ কাৰ্য্যকাৰিতা নিৰ্ভৰ কৰিব।

গল্প মনোগ্ৰাহী আৰু অৰ্থব্যঞ্জক কৰাৰ কাৰণে গল্পকাৰে ওপৰত আলোচনা কৰা কৌশলবোৰ অৱলম্বন কৰে। কেতিয়াবা কেতিয়াবা আকৌ প্ৰতীক ব্যৱহাৰৰ দ্বাৰা তেওঁ অপ্ৰকাশিত ভাব ফুটাই তুলিবৰ চেষ্টা কৰে। প্ৰতীকৰ সহায়ত এটা বস্তুৰ যোগেদি আন এটা বস্তু নাইবা কোনো নতুন ভাব বা আদৰ্শ বুজোৱা হয়। এটা বস্তুৰ উল্লেখৰ সহায়ত আন এটা বস্তু বুজাব খুজিলে সচৰাচৰ তাৰ অৰ্থ-গ্ৰহণত কিছু অসুবিধা হয় আৰু অৰ্থও ভাবি-চিন্তিহে উলিয়াব লাগে। কিন্তু কিছুমান প্ৰতীকৰ ব্যৱহাৰ আমাৰ সমাজত হৈয়েই আছে। নাঙল-যুৱঁলিৰ ছবিৰ যোগেদি আমি সহজতে কৃষকক বুজি পাওঁ। এইদৰে বসন্ত আৰু শীতকালে যথাক্ৰমে মানুহৰ যৌবন আৰু বৃদ্ধ অৱস্থা বুজায়। কোনো গল্পত পাহাৰৰ মাজেদি যোৱা বিপদসঙ্কুল বাটেৰে এটা চৰিত্ৰ আগবাঢ়িলে পাহাৰৰ শিলাময় আৰু দুৰ্গম বাটৰ সহায়ত জীৱনৰ খলাবমা বাটেৰে ইঙ্গিত দিয়া হয়। গল্পকাৰে সময়ে সময়ে কোনো এটা

গল্পৰ প্ৰতীক

বস্তু বাচি লৈ তাৰ সহায়ত কোনো এটি আদৰ্শৰ ইঙ্গিত দিবলৈ যত্ন কৰে। গল্পৰ যোগেদি এনে ভাব বা আদৰ্শ প্ৰকাশ কৰিব লাগিলে তেওঁ প্ৰতীকৰ সহায় নলৈ নোৱাৰে। প্ৰতীকৰ ব্যৱহাৰ কৰিলে গল্প ৰূপকাত্মক হৈ নুঠে। ৰূপকৰ মাজেদি দুটা সমান্তৰাল অৰ্থ স্পষ্ট হয় কিন্তু প্ৰতীক ব্যৱহাৰ কৰিলে এনে সমান্তৰাল অৰ্থ উলিয়াব নোৱাৰি। ৰূপকত প্ৰত্যেক চৰিত্ৰৰ সলনি গুণাত্মক শব্দ বহুৱাব পাৰি আৰু তেনে কৰিলেও গল্পৰ অৰ্থ প্ৰকাশত অসঙ্গতি দেখা নাযায়। ৰূপকাত্মক গল্পত চৰিত্ৰবোৰৰ কাৰ্য্যকলাপৰপৰা এটা সাধাৰণ, সকলোৰে ধৰিবপৰা উপকৰা অৰ্থ প্ৰকাশিত হয় কিন্তু এই অৰ্থৰ অন্তৰালত বিচাৰি আন এটি নৈতিক বা আধ্যাত্মিক অৰ্থও কোনো অসঙ্গতি নোহোৱাকৈ উলিয়াব পৰা যায়। প্ৰতীকৰ প্ৰযোগত হলে এনে অৰ্থ উলিয়াব নোৱাৰি। প্ৰতীক ব্যৱহাৰ কৰিলে গল্পৰ স্বাভাৱিক গতিত কোনো বাধা নপৰে আৰু সাধাৰণ অৰ্থও ধ্বন্যাত্মক অৰ্থৰ বিৰোধী নহয। প্ৰতীকৰ সহায়েৰে কোনো কোনো গল্পৰ সাধাৰণ অৰ্থ স্পষ্টতৰ আৰু সমৃদ্ধ কৰা হয় মাথোন। গল্পত প্ৰতীকৰ ব্যৱহাৰ আন আন কৌশলৰ ভিতৰৰে এটা বেলেগ কৌশল। এই কৌশল অৱলম্বন নকৰাকৈয়ো ভাল গল্প ৰচিত হব পাৰে। কিন্তু সময়ে সময়ে কিছুমান এনে ভাব গল্পকাৰৰ মনলৈ আহে যিবোৰ গল্পৰ যোগেদি প্ৰকাশ কৰিব খুজিলে প্ৰতীকৰ ব্যৱহাৰ প্ৰয়োজনীয় হৈ পৰে। প্ৰতীক প্ৰয়োগেৰে গল্পৰ অৰ্থবোধ দুৰূহ কৰাৰ অভিপ্ৰায় হল এটা অৰ্থ প্ৰকাশ কৰাৰ লগতে আন এটা নতুন অৰ্থৰ সঙ্কেত দিয়া। এই অৰ্থ ধ্বন্যাত্মক অৰ্থ। প্ৰতীকৰ লগে লগে এই অৰ্থ ব্যঞ্জিত হয় কিন্তু প্ৰতীকৰ উপযোগিতা আঁতৰি নাযায়। ধ্বন্যাৰ্থ পাবলৈ যেনেকৈ বাচ্যাৰ্থৰ প্ৰয়োজন হয়, প্ৰকাশিত অৰ্থৰ উপৰিও নতুন অৰ্থ পাবলৈ তেনেকৈ প্ৰতীকৰ প্ৰয়োজন হয়। মোপাচাঁৰ গল্প “কণ্ঠহাৰ”ত মেডাম লইছে বান্ধৱীৰপৰা ধাৰ কৰি অনা হীৰাৰ কণ্ঠহাৰে অকল বহুমূলীয়া এবিধ অলঙ্কাৰকে বুজোৱা

নাই, বুজাইছে তেওঁৰ আধুনিকতাৰ মোহ, অপূৰ্ণ আকাঙ্ক্ষা আৰু সামাজিক প্ৰতিষ্ঠা লাভৰ ভ্ৰান্ত আদৰ্শ। হোমেন বৰগোহাঁইৰ "হাতী" গল্পত হাতীৰ যোগেদি বুঢ়া বাপেকৰ ৰক্ষণশীল ভাবধাৰাৰ লগত পুতেকহঁতে কিনি লোৱা নতুন মডেলৰ মটৰ গাৰীৰ আধুনিকতাৰ সংঘাত স্পষ্ট হৈ উঠিছে। ত্ৰৈলোক্য গোস্বামীৰ "শিল্পৰ জন্ম" গল্পত মাতৃমূৰ্ত্তি আৰু দধীচিৰ চিত্ৰেৰে শিল্পীয়ে ত্যাগৰ আদৰ্শ তুলি ধৰিছে।

কোনো কোনো গল্পত বিপৰীতমুখী ভাবধাৰাৰ ইঙ্গিতৰ সহায়ত কিছুমান চৰিত্ৰ স্পষ্ট কৰি তোলাৰ চেষ্টা কৰা হয়। ভাবৰ বৈপৰীত্য প্ৰকাশৰ কাৰণে অৱলম্বন কৰা কৌশলৰ ভিতৰত বক্ৰাঘাত (irony) আৰু ব্যঙ্গই প্ৰধান। লেখকৰ ব্যঙ্গাত্মক মনোভাব কিছুমান গল্পত প্ৰচ্ছন্ন আৰু কিছুমানত স্পষ্ট। কোনো গল্পৰ সংঘাতৰ মাজতো এই ব্যঙ্গাত্মক মনোভাব লুকাই থাকিব পাৰে। কোনো এজন নায়কে নানান বাধা-বিঘিনিৰ অন্তত প্ৰণয়িনীক লাভ কৰাৰ মানসে কুৰি মাইল চাইকেল চলাই গৈ যেতিয়া দেখে যে প্ৰণয়িনীৰ ঠাইত বুঢ়ী পৰিচাৰিকাজনীহে আছে, প্ৰণয়িনী গৰমৰ বন্ধত শ্বিলং পাইছেগৈ, তেতিয়া গল্পকাৰৰ উদ্দেশ্য নিশ্চয় ব্যঙ্গাত্মক। এইদৰে অৱচেতন মনৰ গুপুত আকাঙ্ক্ষা ফুটাই তুলিবলৈ যাওঁতেও অনেক লেখকৰ ব্যঙ্গাত্মক মনোভাব সহজতে ধৰিব পাৰি। সম্ভ্ৰান্ত কোনো এটি চৰিত্ৰৰ অৱলম্বনত অৱচেতন মনৰ ক্ৰিয়া প্ৰতিক্ৰিয়া দেখুৱাৰ উদ্দেশ্য নিশ্চয় বাহিৰ শুৱনি আবৰণৰ আঁৰত লুকাই থকা মানবৰ কদৰ্য্য কল্পনাৰ প্ৰকাশ। এয়ে হলে লেখকৰ ব্যঙ্গাত্মক মনোভাব স্পষ্ট। আদৰ্শৰ নাম লৈ গুপুত স্বাৰ্থ-পূৰণৰ উৎকট চেষ্টা প্ৰকাশিত কৰিব খুজিলে লেখকৰ উদ্দেশ্য ব্যঙ্গাত্মক হয়। ব্যঙ্গ আৰু হাস্যৰ ওচৰা-ওচৰি সম্বন্ধ। মানুহৰ কিছুমান কাৰ্য্য হাস্যৰসৰ মাজেদি প্ৰকাশিত হলে যিমান স্পষ্ট হয় আন উপায়েৰে তাক তেনেকৈ স্পষ্ট কৰিব নোৱাৰি। হাঁহি আৰু ব্যঙ্গৰ মাজৰ সীমাৰেখা নিৰ্দ্ধাৰণ টান কাম।

ব্যঙ্গ আৰু বক্ৰাঘাত

লেখকৰ দৃষ্টিভঙ্গীৰ ফালৰপৰা চালেহে এই দুটাৰ পাৰ্থক্য ওলাই পৰে। হাস্যৰসৰ অৱতাৰণা কৰাৰ ক্ষেত্ৰত লেখকৰ মনত সংস্কাৰকামী ভাব নাথাকে আৰু আনক আঘাত কৰাৰ অভিপ্ৰায়ো নাথাকে। হাস্যৰসৰ মাজত আছে সহনশীলতা আৰু ব্যঙ্গৰ মাজেদি প্ৰকাশিত হয় অসহিষ্ণুতা। হাস্যৰসৰ উদ্দেশ্য কৌতুকৰ সহায়ত জীৱনৰ অসামঞ্জস্য প্ৰকাশ কিন্তু ব্যঙ্গৰ আঁৰত থাকে সংস্কাৰকামী লেখকৰ সংস্কাৰৰ আদৰ্শ। ব্যঙ্গত বক্ৰোঘাত, ব্যাজস্তুতি, অতিশয়োক্তি প্ৰভৃতিৰ সঘন প্ৰয়োগ চকুত পৰে। সাধাৰণতে হাস্যৰস আৰু ব্যঙ্গ একেলগে পোৱা গলেও ব্যঙ্গাত্মক মনোভাব প্ৰকাশৰ কাৰণে হাস্যৰসৰ অৱতাৰণা অপৰিহাৰ্য্য নহয়। কোনো কোনো গল্পত হাস্যৰস সৃষ্টি নকৰাকৈয়ো ব্যঙ্গৰ ব্যৱহাৰ কৰা দেখা যায়। ভালেমান গল্পত ব্যঙ্গাত্মক মনোভাব প্ৰচ্ছন্ন হৈ থাকে। গল্পৰ সামূহিক প্ৰভাৱৰ-পৰাহে লেখকৰ ব্যঙ্গাত্মক মনোভাব বুজিব পৰা যায়। অসমীয়া গল্প-সাহিত্যত হাস্য-ৰসাত্মক আৰু ব্যঙ্গাত্মক গল্প বহুতো আছে। বেজবৰুৱাই গল্পৰ যোগেদি হাস্যৰস আৰু ব্যঙ্গ কৃতিত্বেৰে ফুটাই তুলিছে। তেওঁৰ দ্বাৰা ৰচিত গল্প "স্বৰ্গাৰোহণ" হাস্য-ৰসাত্মক কিন্তু "মীলাৰামৰ আত্মজীৱনী", "আমাৰ কানীয়া সভাৰ প্ৰথম অধিবেশন" ব্যঙ্গাত্মক। মহীচন্দ্ৰ বৰাৰ সৰহ ভাগ গল্পৰ মাজেদি ব্যঙ্গাত্মক মনোভাব সুন্দৰভাৱে ফুটাই তোলা হৈছে। লক্ষ্মীনাথ ফুকনৰ গল্পৰ মাজেদিও হাস্যৰস আৰু ব্যঙ্গ দক্ষতাৰে প্ৰকাশ কৰা হৈছে। ৰাধিকা গোস্বামীৰ গল্প "ষ্টেট্ ট্ৰেন্সপোৰ্ট"ত সংলাপ আৰু পৰিস্থিতিৰ মাজেদি বক্ৰোঘাতৰ প্ৰকাশ লক্ষ্য কৰিব লগীয়া। হলীৰাম ডেকাৰ দুই-চাৰি গল্পৰ মাজতো প্ৰচ্ছন্ন ব্যঙ্গ পৰিলক্ষিত হয়।

গল্পলেখকৰ উদ্দেশ্য উপভোগ্য ৰূপত নিজৰ অভিজ্ঞতা শব্দ-পাতনিৰ যোগেদি আনৰ আগত তুলি ধৰা। পাঠকৰ উদ্দেশ্য লেখকৰ গল্পৰ ৰসগ্ৰহণ কৰি জীৱনৰ বিচিত্ৰতাৰ অভিজ্ঞতা লাভ কৰা। সৰহভাগ পাঠকে মনত গল্প পঢ়ি আনন্দ লাভ কৰাই

প্ৰধান উদ্দেশ্য। এওঁলোকৰ প্ৰতি জীৱনৰ তত্ত্ব উপলব্ধি গৌণ। গল্পৰ ভিতৰত ভোগ্য বস্তু পোৱাৰ আকাঙ্ক্ষা থকাৰ কাৰণে ইয়াৰ যোগেদি ৰস-সঞ্চাৰ সম্ভৱ হয়। ভুক্তিৰ আকাঙ্ক্ষা পাঠকৰ মনত নাথাকিলে ৰস গ্ৰহণো সম্ভৱ হব নোৱাৰে। আন হাতে পাঠকৰ মনত আনন্দ দিয়াৰ আকাঙ্ক্ষা নাথাকিলে লেখকৰ লেখাৰ মাজতো আনৰ উপভোগ্য বস্তু নাথাকে। এতিয়া প্ৰশ্ন উঠে, কোনো এটা গল্পৰ দ্বাৰা গল্পলেখকে সকলো পাঠকৰে মনত আনন্দৰ সঞ্চাৰ কৰিবলৈ সক্ষম হয় জানো? সৌন্দৰ্য্যৰ প্ৰতি অনুৰাগ সকলো মানুহৰে আছে। কোনো এটা সুন্দৰ বস্তু দেখিলে, সুমধুৰ সুৰৰ ধ্বনি শ্ৰৱণেন্দ্ৰিয়ত প্ৰবেশ কৰিলে আমাৰ মনত আনন্দ লাগে। যেতিয়া এটা সুন্দৰ বস্তুৰ ছবি অঁকা হয় তেতিয়া সেই ছবিৰ প্ৰতি আমি সকলোৱে কম-বেছি ৰকমে আকৃষ্ট হওঁ। এইদৰে শব্দাদিৰ সহাযত তুলি ধৰা ঘটনাৰ বৰ্ণনাৰ প্ৰতিও আমাৰ আকৰ্ষণ কম নহয়। এই আকৰ্ষণৰ পিনে লক্ষ্য ৰাখি গল্প-লেখকে তেওঁৰ অভিজ্ঞতা বিশেষ কৌশলেৰে আনৰ আগত প্ৰকাশ কৰে। অভিজ্ঞতাৰ অনাৱশ্যকীয় অংশ বাদ দি আৰু বিশিষ্ট অংশৰ ওপৰত অধিক মনোনিবেশ কৰি বং আৰু তুলিৰ সহায়ত অঁকা এটা চিত্ৰৰ নিচিনাকৈ লেখকে এটা অভিজ্ঞতা অখণ্ড ৰূপত প্ৰকাশ কৰে। অভিজ্ঞতাৰ বিন্যাস-ৰীতিৰ ওপৰত শিল্পীৰ দক্ষ হাতৰ পৰশ পৰাৰ কাৰণে সাধাৰণ মাটিৰ সহায়তে বিচিত্ৰ মূৰ্ত্তি গঢ়ি তোলাৰ দৰে সাধাৰণ অভিজ্ঞতাও সঞ্জীৱিত হৈ উঠে। অভিজ্ঞতা যেতিয়া জীয়া ৰূপত প্ৰকাশিত হয় তেতিয়া মানব-মন স্বাভাৱিকতে তাৰ প্ৰতি আকৃষ্ট হয়। এইবাবে কোনো গল্পৰ প্ৰভাৱ সকলো পাঠকৰে মনৰ ওপৰত সমানভাৱে নপৰিলেও গল্পৰ আংশিক প্ৰভাৱৰপৰা কেৱে বঞ্চিত নহয় নিশ্চয়।

গল্পৰ ৰসানুভূতি

# পাশ্চাত্য গল্প-সাহিত্যৰ চমু পৰিচয়

প্ৰাচীন কালৰেপৰা গল্পৰ প্ৰতি মানুহৰ অনুৰাগ পৰিলক্ষিত হলেও বিশেষ কলা-কৌশলেৰে সমৃদ্ধ আধুনিক চুটি গল্পৰ ইতিহাস দীঘলীয়া নহয়। স্বকীয়া বৈশিষ্ট্যেৰে পূৰ্ণ কিছুমান গল্প প্ৰায় ডেৰ শ মান বছৰৰ ভিতৰতে মাথোন দেশে দেশে আলোচনী আৰু কিতাপৰ পাতত প্ৰকাশিত হোৱা দেখা যায়। উনবিংশ শতিকাৰ প্ৰাৰম্ভতে নানান বৈজ্ঞানিক আবিষ্কাৰৰ ফলত পাশ্চাত্য দেশসমূহলৈ আহি পৰে অভূতপূৰ্ব পৰিবৰ্ত্তন। এই সময়তে শিক্ষিত লোকৰ সংখ্যাও ক্ৰমে ক্ৰমে বাঢ়ি আহে। শিক্ষাৰ প্ৰসাৰতাৰ লগে লগে বাতৰি কাকত আৰু আলোচনীৰ প্ৰকাশ আৰু চাহিদাও ক্ৰমাৎ বৃদ্ধি পায়। এই কাকত আৰু আলোচনীবোৰ চালু কৰি ৰখাৰ কাৰণে বিশেষভাৱে আৱশ্যক হয় সৰু সৰু প্ৰবন্ধৰ নাইবা চুটি চুটি গল্পৰ। বৈজ্ঞানিক যুগত মানুহো হৈ পৰে কৰ্মব্যস্ত। ব্যস্ত পাঠকসমাজে চুটি গল্পৰ মাজত বিচাৰি পায় নিজৰ মনৰ খোৰাক। চুটি গল্পৰ জনপ্ৰিয়তাৰ যোগেদি কিছুমান আলোচনীও হৈ উঠে আদৰণীয়। গল্পৰ চাহিদা দিনে দিনে বাঢ়ি আহে আৰু লগে লগে গল্পকাৰসকলেও নতুন কলা-কৌশল প্ৰয়োগ কৰি গল্পৰ মাধুৰ্য্য বঢ়োৱাৰ চেষ্টাত প্ৰেৰণা লাভ কৰে। ইয়াৰ ফলতে দেশে বিদেশে গল্প-সাহিত্যৰ উন্নতিও হৈ পৰে চমকপ্ৰদ। গল্প-সাহিত্যৰ ক্ৰমোন্নতি এনে দ্ৰুত গতিত হব ধৰিলে যে বহুতো সময়ত আলোচকসকলে তাৰ মূল সূঁতি বিচাৰি আলোচনাত প্ৰবৃত্ত হোৱা দুৰূহ হৈ পৰিল। গল্পৰ যোগেদি গল্পকাৰৰ ব্যক্তিগত দৃষ্টিভঙ্গী ভিন ভিন কৌশলৰ সহায়ত পৰিস্ফুট হোৱাৰ কাৰণে সেইবোৰক কেইটামান মৌলিক নীতিৰ অন্তৰ্গত কৰাও একৰকম অসম্ভৱ হৈ উঠিল।

গল্পত লেখকৰ নিজ ব্যক্তিত্বৰ পৰশ আছে। কিন্তু সকলো গল্পকাৰে সকলো সময়তে নিজৰ ব্যক্তিত্ব ৰক্ষা কৰি গল্প সৃষ্টি কৰিব পৰা নাই। আধুনিক যুগৰ বুদ্ধিজীৱী লোকৰ ওপৰত বৈজ্ঞানিক আৰু দাৰ্শনিক চিন্তাধাৰাৰ প্ৰভাৱ পৰিছে। বিজ্ঞানৰ নতুন নতুন তথ্যই আমাৰ মনৰ মাজত থকা বিশ্বাসৰ ভেটি যেনেকৈ কঁপাই তুলিছে তাৰ জোকাৰণি গল্প, উপন্যাসৰ ওপৰত নপৰাকৈ থকা নাই। বিজ্ঞানৰ এই প্ৰভাৱৰ দৌৰাত্ম্যৰ ফলত কোনো কোনো লেখকৰ শিল্প-প্ৰতিভাও খৰ্ব হৈ পৰিছে। মনোবিজ্ঞান, জীৱ-বিজ্ঞান, চিকিৎসা-বিজ্ঞান আদি বিজ্ঞানৰ তথ্যসমূহে ভালেমান লেখকৰ মনত এনেকৈ খোপনি লৈছে যে কলাকাৰ হিচাবে এই নৱ-লব্ধ জ্ঞান শিল্প-প্ৰতিভাৰে পৰিচালিত আৰু প্ৰয়োগ কৰাত তেওঁলোকে অক্ষমতা প্ৰকাশ কৰিছে। সৃষ্টিৰ ক্ষেত্ৰত কলাকাৰৰ বাহ্যিক আৰু আভ্যন্তৰীণ মনৰ সম্পূৰ্ণ মিলন নহলে ভাল সৃষ্টি নহয়। জ্ঞানেন্দ্ৰিয়ৰ সহায়ত কলাকাৰে বিভিন্ন জ্ঞান আহৰণ কৰাৰ পাছত অন্তৰ্দৃষ্টিৰ দাপোণত তাক প্ৰতিফলিত কৰি নতুন সৃষ্টিত ব্ৰতী নহলে কলাকাৰ হয় কোনো বিশেষ মতবাদৰ আজ্ঞাবহ অনুচৰ। কলা-সৌন্দৰ্য্য বঢাই তোলাৰ কাৰণে যি মৌলিক শিল্প-প্ৰতিভাৰে আনৰপৰা লাভ কৰা জ্ঞানৰ উচিত প্ৰয়োগ কৰাৰ প্ৰয়োজন, সেই প্ৰতিভাৰ অভাৱত গল্পৰ সাজপাৰৰ আঁৰত তেওঁ আনৰ মতবাদকে প্ৰতিধ্বনিত কৰে মাথোন। এনে গল্পত আমি লেখকৰ ব্যক্তিত্ব বিচাৰি হাবাথুৰি খাওঁ। কিন্তু দ্বিতীয় এক শ্ৰেণীৰ লেখক আছে। এওঁলোক হ'ল প্ৰকৃত কলাকাৰ। জীৱনৰ সকলো অভিজ্ঞতাকে নিজৰ শিল্প-প্ৰতিভাৰে সঞ্জীৱিত কৰি এওঁলোকে সৃষ্টি কৰে গল্প, উপন্যাস, নাটক আৰু কাব্য। এই সকল কলাকাৰে নিজৰ সৃষ্টিৰ মাজতে লুকাই থাকি আপোন প্ৰাণৰ পৰশেৰে গল্প, উপন্যাস আদি সকলোকে সঞ্জীৱিত কৰে। পৃথিৱীৰ সাহিত্যৰ বুৰঞ্জীত এনে কৃতী কলাকাৰ ঢেৰ আছে। গল্পৰ ক্ষেত্ৰতো আছে

অনেক। সেই সকলোবোৰৰ উল্লেখ বা আলোচনা এই প্ৰবন্ধৰ উদ্দেশ্য নহয়—উদ্দেশ্য বিশিষ্ট কেই গৰাকীমান গল্প-লেখকৰ দুই-চাৰিটা গল্পৰ আলোচনাৰ মাজেদি গল্প-সাহিত্যৰ ক্ৰমোন্নতিৰ বাটৰ সন্ধান কৰা।

আমেৰিকাৰ সাহিত্যৰ বুৰঞ্জীত গল্প-লেখকৰ অৱদান বিশেষভাৱে উল্লেখযোগ্য। উনবিংশ শতিকাৰ মাজ ভাগলৈকে আমেৰিকাৰ সাহিত্যৰ ওপৰত ইংৰাজী সাহিত্যৰ প্ৰভাৱ স্পষ্ট। কিন্তু গল্পৰ ক্ষেত্ৰত আমেৰিকান্ লেখকসকলৰ এটা বিশেষত্ব আছে। সেইটো হ'ল হাস্যৰস। হাঁহি আৰু কৌতুকৰ বৈশিষ্ট্যই একালত ইংৰাজী গল্পৰপৰা আমেৰিকান্ গল্পৰ পাৰ্থক্য বুজাইছিল। ওৱাছিংটন আৰভিঙৰ সময়ৰেপৰা আৰম্ভ কৰি আজিলৈকে এই বিশেষত্বৰ ছাপ সম্পূৰ্ণৰূপে আঁতৰি যোৱা নাই। আৰভিঙৰ গল্পৰীতি পোন। ঘটনাৰ কালানুক্ৰমিক বিন্যাসৰ মাজেদি তেওঁৰ গল্প পৰিণতিৰ পিনে আগুৱাই যায়। প্ৰাকৃতিক দৃশ্যাৱলীৰ সবল বৰ্ণনা, চৰিত্ৰৰ বৈশিষ্ট্য চিত্ৰণ আৰু অতি-প্ৰাকৃত ঘটনাৰ সমাবেশ তেওঁৰ বিশিষ্ট গল্প "ৰিপ্ ভান্ উইঙ্কল্" আৰু "দি লিজেণ্ড্ অব্ স্লিপী হলো"ত পৰিস্ফুট হৈছে। হাড্‌ছন উপত্যকাৰ লগত জড়িত হৈ আছে নানান কিম্বদন্তী আৰু লোমহৰ্ষক অলেখ সাধু। আৰভিঙে এই কিম্বদন্তীৰ ওপৰত নিৰ্ভৰ কৰি ৰচনা কৰা গল্প দুটাৰ মাজেদি লেখকৰ শব্দ-চয়ন ক্ষমতা আৰু প্ৰকাশ-কুশলতাৰ পৰিচয় আছে। উইঙ্কল আৰু ইচাবোদ ক্ৰেন হ'ল গল্প দুটাৰ ঘাই চৰিত্ৰ। দুয়োটা চৰিত্ৰৰে আছে হৰ্ষ-বিষাদেৰে আগুৰা এক বাস্তৱ জীৱন আৰু দুয়োটাই আহি পৰিছে একো একোটা অতি-প্ৰাকৃত শক্তিৰ অধীনলৈ। এই শক্তিৰ প্ৰভাৱত ইচাবোদ হৈছে নিৰুদ্দেশ আৰু উইঙ্কলে দেখিবলৈ পাইছে এখন নতুন সমাজ য'ৰপৰা তেওঁৰ নামৰ স্মৃতিও লোপ পাই গৈছে। বাস্তৱ জগতৰপৰা অতি-বাস্তৱ জগতলৈ যোৱাৰ ক্ষেত্ৰত লেখকে অৱলম্বন

ওৱাছিংটন আৰভিং ১৭৮৩-১৮৫৯

কৰা কৌশল সৰল প্ৰকাশ-ভঙ্গীৰে পৰিস্ফুট কৰা হৈছে। উইঙ্কল আৰু ইচাবোদৰ পৰিচয় তুলি ধৰাৰ সময়ত লেখকৰ ভঙ্গী হাস্য-ৰসাত্মক হোৱাৰ কাৰণে ঠায়ে ঠায়ে প্ৰয়োগ কৰা দীঘলীয়া বাক্য-ৰীতিৰ উৎপীড়নো হৈ পৰিছে উপাদেয়। আৰভিঙৰ ৰচনাৰ মাজত আছে এক সাবলীল গতি, আৰু এই গতিয়ে পাঠকৰ মন সহজে আকৰ্ষণ কৰে। প্ৰকাশ-ভঙ্গীৰ চাৰুতাই গল্পৰ বৌদ্ধিক উপাদান সাময়িকভাৱে লুকাই ৰাখে। আৰভিঙৰ প্ৰাকৃতিক বৰ্ণনা নিখুঁত কিন্তু অতি-প্ৰাকৃত বৰ্ণনাৰ মাজত লুকাই আছে এক অস্পষ্ট ৰহস্য।

ৰিপ্ ভান্ উইঙ্কলৰ কাহিনী দীঘলীয়া নহয়। উইঙ্কলৰ ঘৈণীয়েকৰ ওঁঠ পাতল। তেওঁৰ জিভাত ক্ষুৰধাৰ। হোজা উইঙ্কলে সেইবাবে দিনৰ বেছিভাগ সময় বাহিৰতে কটায়। উইঙ্কলৰ চিকাৰত নিচা। এদিন তেওঁ বন্দুকটো কান্ধত লৈ চিকাৰ বিচাৰি পাহাৰলৈ গ'ল আৰু গধূলি এটা গুহাৰ ভিতৰত সোমালগৈ এক আগন্তুকৰ লগত। ইয়াতেই তেওঁ লগ পালে কিছুমান নবৰূপী ভূত। তেওঁ সিহঁতৰ লগত মদ খাই শুই পৰিল, এদিন নহয়, দুদিন নহয়, একেৰাহে কুৰি বছৰ। সাৰ পাই উঠি তেওঁ দেখিলে যে, তেওঁৰ হাতভৰি ঠেৰেঙা লাগিছে আৰু কাষতে পৰি থকা বন্দুকটোও মামৰে খাইছে। লাহে লাহে কষ্টেৰে তেওঁ গাৱঁৰ পিনে খোজ ললে। কিন্তু কি আচৰিত—সকলো লোকেই তেওঁৰ অচিনাকি। মানুহবিলাকে দলৰ কথা কৈছে, ভোটৰ কথা কৈছে। উইঙ্কলৰ মনত সকলো সপোন সপোন লাগিল।

ইচাবোদ ক্ৰেন গাৱঁলীয়া স্কুলৰ শিক্ষক, ওখ, ক্ষীণকায়, দাৰিদ্ৰ্য-পীড়িত কিন্তু স্কুলৰ চৌহদত চক্ৰবৰ্ত্তী-সদৃশ। কেট্ৰিনা গাৱঁলীয়া ছোৱালী হলেও ধনীৰ দুলালী, সুন্দৰী। কেট্ৰিনাৰ সম্পদ আৰু সৌন্দৰ্য্যৰ বেৰৰ চাৰিওকাষে ইচাবোদৰ লুভীয়া মন অহৰ্নিশে ঘূৰি ফুৰিব ধৰিলে। তেওঁৰ মনত জাগি উঠিল অলীক কল্পনা আৰু

আনকি আল্‌নেস্কাৰৰ দিবাস্বপ্ন। কিন্তু শেহত কেট্রিনাৰ দ্বাৰা উপেক্ষিত হৈ দুখ-শোকেৰে ভাগি পৰা অন্তৰেৰে তেওঁ মাজনিশা অকলে আহিব লগা হ'ল নানান অলৌকিক সাধুৰে ভয়ঙ্কৰ হৈ উঠা শ্লিপী হলোৰ মাজেদি। ইয়াতেই তেওঁ অন্ধকাৰৰ মাজত সম্মুখীন হ'ল এক বিৰাট অশ্বাৰোহী কবন্ধৰ লগত। ভয়তে আধামৰা হৈ ইচাবোদে ঘোৰা দৌৰাই দিলে কিন্তু গাৰ্হৰ ওচৰ পোৱাৰ সময়তে বিৰাট কবন্ধটো যেন তেওঁৰ পিনে আগুৱাই আহিল আৰু জিনৰ ওপৰত থৈ দিয়া নিজৰ মূৰটো তেওঁৰ পিনে দলিয়াই দিলে। ইচাবোদ ঘোৰাৰপৰা পৰি গ'ল। তেতিয়াৰেপৰা কেৱে তেওঁৰ খবৰ নাপালে।

আৰভিঙে বাস্তৱ পৰিবেশৰ মাজৰপৰা ৰিপ্‌ ভান্‌ উইঙ্কলক আঁতৰাই নি পাছত আকৌ বাস্তৱতাৰ মাজলৈ লৈ আহিছে। কিন্তু ইতিমধ্যে দেখুৱা হৈছে আমেৰিকাৰ বিৰাট পৰিবৰ্ত্তন। বাটৰ দাঁতিত তৃতীয় জৰ্জৰ প্ৰতিমূৰ্ত্তিৰ ঠাইত তেওঁ দেখিবলৈ পাইছে জৰ্জ ওৱাছিংটনৰ মূৰ্ত্তি। জনসাধাৰণৰ মাজত আলোচনা হৈছে ৰাজনীতিৰ, অৰ্থনীতিৰ। এই পুনৰ্গঠিত নতুন সমাজৰ মাজত ৰিপ্‌ ভান্‌ উইঙ্কল্‌ সম্পূৰ্ণৰূপে অচিনাকি। স্বাধীনোত্তৰ যুগত আমেৰিকাত নতুন জীৱনৰ সূচনা হৈছে আৰু নতুন সমাজ গঢ়ি উঠিছে। এই নতুন সমাজত ৰিপৰ অলসতা আৰু অকৰ্মণ্যতাৰ স্থান নাই। আৰভিঙে ৰিপ্‌ ভান্‌ উইঙ্কলৰ কাৰণে বৃহৎ আমেৰিকাৰ ভূখণ্ডৰ এটা সৰু চুক অৱশ্যে ৰাখিছে কিন্তু এই চুকৰ ভিতৰত ৰিপে আনৰ কাৰ্য্যকলাপত হকাবধা নকৰাকৈ জীৱন অতিবাহিত কৰাৰো আশা পোষণ কৰিছে।

ইচাবোদৰ চৰিত্ৰ হাস্যোদ্দীপক। ভোজনত তেওঁৰ অপৰিসীম আগ্ৰহ। অলৌকিক ঘটনা আৰু অতি-প্ৰাকৃত সাধুৰ প্ৰতি তেওঁৰ অতৃপ্ত ক্ষুধা। ইচাবোদ কল্পনাবিলাসী। এই কল্পনাবিলাসেই তেওঁৰ পৰাজয়ৰ কাৰণ। ব্ৰম্‌ বোন্‌ছ ইছাবোদৰ প্ৰতিদ্বন্দ্বী। তেওঁ হ'ল সাহসী, কৰ্ম-পৰায়ণ আৰু কুসংস্কাৰ-বিৰোধী। কেট্ৰিনা-লাভৰ আশাত অজানিতভাৱে সাহসী ব্ৰম্‌ বোন্‌ছৰ লগত তেওঁ যি

প্ৰতিদ্বন্দ্বিতাৰ সন্মুখীন হ'ল তাত তেওঁৰ পৰাজয় অৱশ্যম্ভাৱী। কবন্ধ অশ্বাৰোহীৰ ৰূপত ব্ৰম্ বোন্‌ছে ইচাবোদৰ লগত ঘোৰাদৌৰৰ প্ৰতিযোগিতাত যোগ দিলে। ইয়াত ব্ৰম্ বোন্‌ছৰ জয় হ'ল। নতুন আমেৰিকাৰ বুকুত ব্ৰম্ বোন্‌ছৰ দৰে লোকৰ স্থান আছে, আদৰ আছে, কিন্তু ইচাবোদৰ দৰে পেটুক, কাল্পনিক লোকৰ স্থান তাত নাই।

এলেন পো 'আন এজন আমেৰিকান গল্প-লেখক। কবি হিচাবেও তেওঁৰ খ্যাতি আছে। পিতৃ-মাতৃৰ স্নেহৰপৰা বঞ্চিত পোৰ পালক পিতৃৰ লগত বিবাদ উপস্থিত হৈ তেওঁ ঘৰৰপৰা আঁতৰি যায় আৰু সাহিত্যত মনোনিবেশ কৰে। এলেন পোৱে প্ৰথমতে আধুনিক চুটি গল্পৰ সংজ্ঞা দিবলৈ চেষ্টা কৰে আৰু গল্পৰ একক প্ৰভাৱৰ ওপৰত বিশেষ গুৰুত্ব দিয়ে। তেওঁৰ মতে গল্পৰ ঘটনা-সংযোগ পূৰ্ব-পৰিকল্পিত বিশেষ উদ্দেশ্যাভিমুখী হব লাগে। গল্পৰ বাস্তৱ দৃষ্টিভঙ্গীৰ ওপৰতো তেওঁ গুৰুত্ব দিছে কিন্তু তেওঁ নিজেই কিছুমান গল্পত অতি-প্ৰাকৃত ঘটনাৰো সংযোগ কৰিছে। নাটকীয় ভঙ্গীৰে গল্প কোৱা ক্ষমতা পোৰ আছে। তেওঁৰ গল্পৰ মাজেদি ৰূপ পোৱা অভিজ্ঞতা সৰ্বসাধাৰণৰ অভিজ্ঞতা নহয়। পোৰ নিজা জীৱনতে দ্বিধা-বিভক্ত সত্তাৰ পৰিচয় থকাৰ দৰে তেওঁৰ দ্বাৰা ৰচিত গল্পসমূহতো বহলভাৱে দুৰ্মুখীয়া অভিজ্ঞতাৰ প্ৰকাশ আছে। তেওঁৰ কেইটামান গল্পত আছে মৃত্যুৰ পৰশত উপস্থিত হোৱা অসহায় আতঙ্কৰ কৰুণ ছবি। লোমহৰ্ষক অভিজ্ঞতাৰ বিৱৰণ আৰু আশ্চৰ্য্যজনক ঘটনাৰ উত্থাপন তেওঁৰ গল্পৰ বিশেষত্ব। কিন্তু এনে অভিজ্ঞতা প্ৰকাশৰ ক্ষেত্ৰতো তেওঁ উন্নত কলা-কৌশলৰ প্ৰয়োগ কৰি সুচিন্তিত পৰিণতিৰ পিনে গল্প আগুৱাই লৈ গৈছে।

এলেন পো -
১৮০৯-৪৯

"দি মাস্ক্ অব্ ৰেড্ দেথ্", "দি ফল্ অব্ দি হাউছ্ অব্ উছাৰ" প্ৰভৃতি গল্পত মৃত্যুৰ পৰশত তেজ গোট মাৰি অহা আতঙ্কৰ ছবি দক্ষভাৱে ফুটাই তোলা হৈছে। ৰেড দেথ্ মহা-

মাৰীয়ে দেশ উচ্ছন্ন কৰিছে। কিন্তু ৰাজকুমাৰ প্ৰছ্‌পেৰোয়ে এহাজাৰ যুবক-যুবতী লৈ ভূগৰ্ভৰ সুৰক্ষিত বিশাল প্ৰমোদকক্ষত সুৰা আৰু সুন্দৰীৰ পূজা কৰিছে, ভাবিছে মহামাৰীৰ দানবীয় মূৰ্ত্তিৰ প্ৰবেশ তাত নহব। দিনে-নিশাই বাহিৰত মহামাৰীৰ তাণ্ডৱ চলিব ধৰিছে। কক্ষত বাজিছে অবিৰাম সঙ্গীতৰ সুৰ, আৰু ফুটি উঠিছে নৰ্ত্তক-নৰ্ত্তকীৰ আপোন-ভোলা নৃত্যভঙ্গীৰ লয়-লাস। কিন্তু হঠাতে তেজৰঙা পোছাক পৰিহিত এক আচৰিত মূৰ্ত্তিৰ আবিৰ্ভাবত সন্ত্ৰস্ত হৈ উঠিল কক্ষৰ সকলো পাৰিষদ। নিমিষতে সেই দানবীয় মূৰ্ত্তিৰ উপস্থিতিত আমোদ-প্ৰমোদৰ অন্ত পৰিল। প্ৰছ্‌পেৰোয়ে এটা কোঠাৰপৰা আনটো কোঠালৈ দৌৰি পলায়ো দানবৰ হাতৰপৰা ৰক্ষা পৰিব নোৱাৰিলে। আন আন সঙ্গী আৰু সঙ্গিনী সকলৰো প্ৰাণহীন দেহ বিৰাট হলৰ মাজত এটা এটাকৈ বাগৰি পৰি থাকিল। বিলাস-কক্ষৰ ওপৰত একাধিপত্য ৰাজত্ব হ'ল আৰক্ত শমনৰ।

"দি কাস্ক্ অব্ এমন্টিলেদো" আৰু "দি ব্লেক কেট্" প্ৰভৃতি গল্পত হলে মৃত্যুৰ তাড়না দেখুৱাৰ পৰিবৰ্ত্তে গোপন দুষ্কৃতিৰ হৃদয়-হীনতা দেখুৱা হৈছে। ফৰ্‌চুনেটোৰ ওপৰত প্ৰতিহিংসা লোৱাৰ মানসে কেনেকৈ তাক মদৰ প্ৰলোভন দেখুৱাই ভূগৰ্ভৰ আন্ধাৰ কোঠাত বন্ধ কৰি তিলে তিলে নৃশংসভাৱে হত্যা কৰা হ'ল তাৰ সংযত বৰ্ণনা "দি কাস্ক্ অব্ এমন্টিলেদো" গল্পত আছে। "দি ব্লেক কেট্" গল্পৰ মাজতো আছে এক লোমহৰ্ষক হত্যাকাণ্ডৰ প্ৰতিচ্ছবি। কিন্তু ইয়াত হত্যাকাৰীজন আচৰিত ৰকমে ধৰা পৰিছে কলা মেকুৰীটোৰ কাৰণে। এই দুয়োটা গল্পতে হত্যা-কাৰীয়ে স্তৰে স্তৰে কেনেকৈ তাৰ অভিপ্সিত ফল-লাভৰ বাটত আগুৱাই গৈছে সেইটো লক্ষ্য কৰিব লগীয়া। গল্পকাৰৰ কলা-চাতুৰ্য্যৰ বলত পাঠকৰ মনত যি উৎকণ্ঠা জাগি উঠে তাৰ তীব্ৰতা গল্পৰ শেষলৈকে থাকে।

এলেন পোৱে গল্পৰ কথাবস্তু আৰু তাৰ সুদক্ষ বিন্যাস দুয়োটাবে ওপৰত সমানে গুৰুত্ব দিছে। বিন্যাস-ৰীতিত নাটকীয় ভঙ্গী অৱলম্বন কৰাৰ কাৰণে পাঠকৰ মনৰ উৎকণ্ঠা গল্পৰ শেহলৈকে ৰক্ষা কৰাৰ সুবিধা হৈছে। পিছৰ কালৰ লেখক ও হেন্‌ৰী আৰু ছমাৰছেট্ মমৰ গল্পৰ দৰে পোৰ গল্পতো আছে আদি, মধ্য আৰু শেষ। এটি সুপৰিকল্পিত বাটেৰে গল্পৰ ঘটনা-প্ৰবাহ আগবাঢি যায় আৰু এটি সুচিন্তিত পৰিণতিৰ বুকুত ঘটনাৰ সামৰণি মৰা হয়। পোৰ কিছুমান গল্পৰ বিষয়বস্তু সাধাৰণ অভিজ্ঞতাৰ বাহিৰত হোৱাৰ কাৰণে সেইবোৰৰ মাজত আশ্চৰ্য্য পৰিস্থিতিৰ উদ্ভাৱন আৱশ্যকীয় হৈ পৰিছে। আন কিছুমান গল্পত আকৌ সৰল বৰ্ণনাৰে লোমহৰ্ষক ঘটনা তুলি ধৰা হৈছে। আসন্ন বিপদৰ সমুখত ভয়-বিহ্বলতাৰ নীৰৱ কাৰুণ্য স্তৰে স্তৰে তুলি ধৰি ভয় আৰু আতঙ্ক মূৰ্ত্তিমন্ত কৰাৰ ক্ষমতা এলেন পোৱে যেনে কৃতকাৰ্য্যতাৰে দেখুৱাইছে আনে তেনেকৈ দেখুৱাব পৰা নাই। তেওঁৰ ডিটেক্‌টিভ গল্পবোৰত বাস্তৱ দৃষ্টিভঙ্গীৰ সাৰ্থকতা দেখিবলৈ পোৱা যায়।

ৰুছ গল্প-লেখক গগলৰ হাতত বাস্তৱ দৃষ্টিভঙ্গী ফুটি উঠাৰ উপৰিও হাস্যৰস আৰু ব্যঙ্গৰ প্ৰয়োগ চকুত পৰে। দাৰিদ্ৰ্য-নিপীড়িত দেশত বিলাসৰ চিত্ত-বিনোদন পোৱাতকৈ অভাৱৰ নগ্নতা পোৱাটোৱেই বেছি স্বাভাৱিক। কিন্তু ৰুছ লেখকসকলৰ হাতত অভাৱ-অভিযোগৰ চিত্ৰ ফুটি উঠিলেও হাস্যৰসাত্মক পৰিস্থিতি বা চিত্ৰৰ অভাৱো হোৱা নাই। গগলৰ "দি ক্লোক" নামৰ গল্পটো সকলো দেশতে জনাজাত। দাৰিদ্ৰ্য-নিপীড়িত আকাকি এজন কেৰাণী, শান্ত, সৰল আৰু কৰ্ত্তব্যপৰায়ণ। নথীপত্ৰ নকল কৰা তেওঁৰ কাম। সমাজৰ লগত, আনকি সহকৰ্মীসকলৰ লগতো তেওঁৰ মাত-বোল নাই। তেওঁ সদায় কামেই কৰে। সেই একে

গগল
১৮০৯-১৮৪৯

ধৰণৰে কাম—জাপে জাপে কাগজৰ নকল প্ৰস্তুত কৰা—অফিচতো, ঘৰতো। দৰিদ্ৰতাৰ নিষ্ঠুৰ আঘাত তেওঁৰ দৰে চুৰ্ভগীয়াৰ ওপৰতেই সদায় পৰে। তেওঁৰো ওপৰত পৰিছে। লাহে লাহে শীতকালৰ চেঁচা বতাহ বলিবলৈ ধৰিলে। দামী দামী গৰম কাপোৰেৰে নিজৰ গা ঢাকি নগৰৰ বাটে বাটে মানুহ অহা-যোৱা কৰিব ধৰিলে। কিন্তু আকাকিৰ দীঘল চোলা নাই। যিটো আছে সিটোৰো অৱস্থা জৰাজীৰ্ণ—গাত দিব নোৱাৰি। তথাপি মেৰামতিৰ কাৰণে তাকেই লৈ তেওঁ দৰ্জীৰ ওচৰ পালেগৈ। দৰ্জীয়ে সেই জৰাজীৰ্ণ চোলা মেৰামতি কৰিব নোৱাৰিলে। অৱশেষত দৰ্জীৰ উপদেশ অনুসৰি তেওঁ এটা নতুন চোলা চিলাবলৈ বাধ্য হ'ল। এদিন লগৰ কৰ্মচাৰী এজনে ৰাতিৰ সাজ খাবলৈ আকাকিক নিমন্ত্ৰণ জনালে। আকাকিৰ দীঘল চোলা লাভ কৰা উৎসব পালনৰ কাৰণেই আছিল এই ভোজৰ আয়োজন। খাই-বই উঠি ৰাতি অকলে আকাকি চহৰৰ বাটেদি আহি আছে। এনেতে হঠাতে কোনোবা চুৰ্বৃত্তই তেওঁক গৰা মাৰি ধৰি তেওঁৰ কোট সোলোকাই লৈ গ'ল। বিমূঢ় আকাকি দুখ-বেজাৰেৰে ব্যথিত হৈ ঘৰলৈ উভতিল। তেওঁ পুলিচত খবৰ দিলে আৰু বিশিষ্ট এক ব্যক্তিকো লগ ধৰিলে। কিন্তু ফল নহ'ল। বিশিষ্ট ব্যক্তিয়ে আকাকিৰ ওপৰত তেওঁৰ স্বভাৱ-সুলভ ধম্‌কিৰ বাণ-বৃষ্টি এনেভাৱে প্ৰয়োগ কৰিলে যে ভয়তে আৰু জাৰতে কঁপি কঁপি আহি আকাকি ঘৰ সোমাল। সিদিনাৰপৰা তেওঁক ঘৰৰপৰা বাহিৰ হোৱা দেখা নগ'ল। কেইদিন মানৰ পিছতে আকাকিয়ে এই সংসাৰৰপৰা বিদায় ললে।

গগলৰ এই গল্পটো কলা-কৌশলৰ ফালৰপৰা সুসংগঠিত নহয়। এলেন পোৰ গল্পৰ মাজত যি একক প্ৰভাৱ পৰিলক্ষিত হয়, ভালেমান কছ গল্পতে সেই প্ৰভাৱৰ প্ৰতি চকু দিয়া দেখা নাযায়। কিন্তু গল্পৰ মাজত আকাকিৰ সৰলতা আৰু অভাৱ-অনাটনৰ

তাড়নাৰ স্পষ্টতাই আকাকিৰ চৰিত্ৰ বাস্তব কৰি তুলিছে। ঠায়ে ঠায়ে প্ৰয়োগ কৰা হাস্য-ৰসাত্মক উক্তিয়ে দাৰিদ্ৰ্যৰ কাৰুণ্যৰ গাঢ়তা ধ্বনিত কৰিছে। ক্ষমতাশালী বিশিষ্ট ব্যক্তিৰ অৱলম্বনত যি ব্যঙ্গাত্মক ধ্বনি তোলা হৈছে তাৰো সম্বন্ধ আছে বাস্তব জীৱনৰ লগত। অন্তৰত দয়া-পৰবশ হৈয়ো বাহ্যিক ভেমৰ কাৰণে বিশিষ্ট ব্যক্তিয়ে যি অভিনয় কৰিছে তাৰ উপযুক্ত পাৰিতোষিক আকাকিৰ প্ৰেতাত্মাই তেওঁক দিছে আৰু তাৰ ফলতে তেওঁৰ হৈছে চৰিত্ৰৰ সংশোধন।

গগলৰ অলপ পিছতেই ঔপন্যাসিক আৰু গল্প-লেখক হিচাবে টুৰ্গিনেভে খ্যাতি অৰ্জন কৰে। টুৰ্গিনেভৰ কথা-কবিতাৰ আদৰ গোটেই পৃথিবীতে আছে। ফৰাচী ঔপন্যাসিক ফ্লবাৰ্ট আৰু জোলাৰ লগত টুৰ্গিনেভৰ বন্ধুত্ব আছিল। তেওঁৰ সাহিত্য-প্ৰতিভাই সেই কালৰ কোনো কোনো সাহিত্যিকক অনুপ্ৰেৰণাও জোগাইছিল।

টুৰ্গিনেভ
১৮১৮—১৮৮৩

ফৰাচী শ্ৰেষ্ঠ গল্প-লেখক মোপাচাঁৰ কলা-কৌশলৰ লগত টুৰ্গিনেভৰ কৌশলৰ মিল নাথাকিলেও মোপাচাঁই এইজন ব্যক্তিৰপৰা অনুপ্ৰেৰণা লাভ কৰিছিল। ঔপন্যাসিক আৰু গল্পকাৰ হেনৰী জেমছৰ ওপৰতো তেওঁৰ প্ৰভাৱ লক্ষ্য কৰা যায়। টুৰ্গিনেভে গল্পত ব্যৱহাৰ কৰা কৌশলৰ নিজস্ব বৈশিষ্ট্য আছে। অকল টুৰ্গিনেভৰ ক্ষেত্ৰতেই নহয়, আন আন ৰুচ গল্পকাৰ আৰু ঔপন্যাসিকৰ গল্প-উপন্যাসৰ মাজতো সুপৰিকল্পিত ঘটনা-বিন্যাসৰ অভাৱ মাজে মাজে চকুত পৰে। টুৰ্গিনেভৰ গল্পৰ মাজতো কথাবস্তু সুসংগঠ কৰি পৰিণতিমুখী কৰা দেখা নাযায়। অনেক সময়ত তেওঁৰ বৰ্ণনা অসাবধানতাৰ পৰিচায়ক। কিন্তু ভালকৈ পৰীক্ষা কৰি চালে দেখা যায় যে, বাহ্যিক এই অসাবধানতা আৰু অবহেলাৰ মাজতো তাত আৰ্টৰ মাধুৰ্য্য আছে। ৰুছ সাহিত্যিকসকলৰ মাজত পোৰ-আদৰ আছিল কিন্তু গল্পৰ ক্ষেত্ৰত পোৰ আদৰ্শই ৰুছ গল্পকাৰসকলক

অনুপ্ৰাণিত কৰা যেন নালাগে। ৰুছিয়াৰ গল্প ৰচনা-ৰীতিৰ এটা বিশেষত্ব আছে। এই বিশেষত্ব হ'ল গল্পত প্লটৰ অভাব। টুৰ্গিনেভৰ গল্পৰ মাজতো প্লট নাই। চৰিত্ৰবোৰ উত্থাপিত হোৱাৰ লগে লগে সেইবোৰৰ কাৰ্য্য কোনো এক নিৰূপিত বিন্দুলৈ আগুৱাই যায়। কাৰ্য্যৰ ফলাফলৰ পৰিণতি চকুৰ আগত ৰাখি সেই অনুসৰি চৰিত্ৰবোৰৰ কাৰ্য্যাবলী ৰূপ দিয়াৰ চেষ্টা টুৰ্গিনেভৰ নাই। কোনো পৰিস্থিতিৰ মাজত চৰিত্ৰৰ যোগেদি যি কাৰ্য্যাবলী প্ৰকাশিত হয় তাৰ বিকাশৰ ওপৰতে টুৰ্গিনেভে বিশেষ মনোযোগ দিয়ে। ইয়াৰ ফলত ঠায়ে ঠায়ে তেওঁৰ গল্পৰ মাজেদি চৰিত্ৰৰ বিকাশ সাধিত হৈছে আৰু ঠায়ে ঠায়ে মনোৰম কাহিনী গঢ়ি উঠিছে। টুৰ্গিনেভে মাজে-সময়ে আৰভিঙৰ দৰে অতি-প্ৰাকৃত ঘটনাৰো সংযোগ কৰিছে। তেওঁৰ কেইটামান শ্ৰেষ্ঠ গল্প হ'ল "ফাৰ্ষ্ট লাভ", "মিলাৰছ্ দটাৰ", "আছীয়া" প্ৰভৃতি।

ফৰাচী সাহিত্যত গল্প-লেখক হিচাবে বিশেষ খ্যাতি লাভ কৰা ব্যক্তি মোপাছাঁ। মোপাছাঁৰ আগতে মালাৰ্মে আৰু এমিলি জোলাই স্বাভাৱিক পৰিবেশৰ মাজত গল্প ৰচনা কৰিছে। ফৰাচী গল্পকাৰসকলৰ ওপৰত কিছু পৰিমাণে আমেৰিকান লেখক এলেন পোৰ প্ৰভাৱো আছে। পৃথিবীৰ এজন শ্ৰেষ্ঠ গল্পকাৰ হিচাবে খ্যাতি লাভ কৰা মোপাছাঁৰ কলা-কৌশলৰ লগতো পোৰ কলা-কৌশলৰ কিছু সাদৃশ্য আছে। মোপাছাঁৰ আগতে এমিলি জোলাই ফৰাচী গল্প সাহিত্য প্ৰতিষ্ঠিত কৰে।

মোপাছাঁ
১৮৫০-১৮৯৩

এড্‌মাণ্ড গছে কোৱাৰ দৰে জোলাৰ গল্পসমূহৰ মাজতহে শিল্পীৰ নিজৰ প্ৰতিভা সুস্পষ্ট হৈ উঠিছে। জোলাৰ অলপ পিছতেই গল্প-লেখক হিচাবে মোপাছাঁ ফৰাচী সাহিত্যত প্ৰতিষ্ঠিত হয়। মোপাছাঁ এজন ঔপন্যাসিকো আছিল কিন্তু লেখক হিচাবে তেওঁৰ খ্যাতি গল্পসমূহৰ ওপৰতেই বেছিকৈ নিৰ্ভৰ কৰে। মোপাছাঁৰ আছে আৰ্টিষ্টৰ প্ৰতিভা।

ইয়াৰ বলত এটি সাধাৰণ ঘটনাৰ বৰ্ণনাতো তেওঁৰ নিজা বৈশিষ্ট্য ফুটাই তুলিব পাৰিছে। পোৰ দৰে তেৰোঁ গল্পৰ কথাবস্তুত নজৰ ৰাখি সবল অথচ প্ৰাঞ্জল বাক্-ভঙ্গীৰে তাক আনৰ আগত তুলি ধৰিছে। গল্প-লেখক হিচাবে নিৰপেক্ষতা অৱলম্বনৰ ক্ষেত্ৰত মোপাছাঁ অগ্ৰণী। গল্প-চৰিত্ৰবোৰক স্বাভাৱিক পৰিবেশৰ মাজত তুলি ধৰি সেইবোৰৰ কাৰ্য্যাৱলী তেওঁ পৰ্য্যবেক্ষণ কৰে মাথোন, নিজেই চৰিত্ৰৰ মাজত সোমাই চৰিত্ৰৰ কাৰ্য্যবোৰ ভাল-বেয়াৰ নৈতিক মানদণ্ডেৰে জুখিবলৈ চেষ্টা নকৰে। মোপাছাঁৰ দৃষ্টিকোণ সম্পূৰ্ণৰূপে বিষয়গত। তেওঁৰ দ্বিতীয় বিশেষত্ব হ'ল বৰ্ণনাৰ ক্ষেত্ৰত অৱলম্বন কৰা অসাধাৰণ সংযম। তেওঁৰ গল্পত বিষয়ৰপৰা বিষয়ান্তৰলৈ গৈ ভাব-প্ৰৱণতা প্ৰকাশ কৰা কাচিৎহে দেখিবলৈ পোৱা যায়। অপ্ৰয়োজনীয় শব্দ আৰু বাক্য-ৰীতি পৰিহাৰ কৰাৰ চেষ্টা তেওঁৰ প্ৰায় আটাইবোৰ গল্পতে আছে। ভাব-প্ৰৱণ চৰিত্ৰ তেওঁ মাজে মাজে সৃষ্টি কৰিলেও সেইবোৰৰ ক্ষেত্ৰতো লেখকৰ সংযম আঁতৰি যোৱা নাই। মোপাছাঁৰ তৃতীয় বৈশিষ্ট্য কলা-কৌশলৰ সাৰ্থক প্ৰয়োগ। তেওঁৰ গাল্পিক প্ৰতিভাই যেন স্বতঃস্ফূৰ্ত্তভাৱে উপযুক্ত কলা-কৌশলৰ উদ্ভাৱন কৰিছে। যি সাধাৰণ ঘটনাৰ বৰ্ণনাই তেওঁ নিদিয়ক লাগে কলা-কৌশলৰ চাকতাই তাক অনন্য-সদৃশ কৰি তোলে।

"দি উলফ্" এটা কুকুৰনেচীয়া বাঘৰ লগত হোৱা এজন চিকাৰীৰ সংঘৰ্ষৰ লোমহৰ্ষক কাহিনী। গল্পৰ আখ্যানভাগ তেনেই দুৰ্বল। কিন্তু প্ৰকাশ-ৰীতিৰ সৌন্দৰ্য্যই এই সাধাৰণ কাহিনীকো মনোৰম কৰি তুলিছে।

চুটি হলেও "দি নেক্‌লেচ্" গল্পটোৱে সকলোৰেপৰা প্ৰশংসা লাভ কৰিছে। মেদাম লইছে গৰীৱ কেৰাণীৰ ঘৈণীয়েক। সাধাৰণ সাজপাৰ আৰু অনাড়ম্বৰ জীৱনৰ দুৰ্ভাগ্য তেওঁৰ সম্পদ। সেইবাবে কল্পনাতে প্ৰাচুৰ্য্যৰ সপোন দেখি তেওঁ মুগ্ধ হয়। এদিন

সন্ধিয়া গৰীব গিৰিয়েকে বিজয়ী বীৰৰ দৰে ঘৰ সোমাই ঘৈণীয়েকৰ হাতত এখন চিঠি গুজি দিলে—নিমন্ত্ৰণী চিঠি, শিক্ষা-বিভাগৰ মন্ত্ৰীৰপৰা পোৱা বল-নৃত্যত যোগদানৰ অনুৰোধ। কিন্তু মেদাম লইছে আনন্দত আপোন পাহৰা নহ'ল। তেওঁৰ দুচকুৰেদি চকুপানীহে বাগৰি পৰিব ধৰিলে। এয়া অভাৱ, অনাটনৰ দুৰাকাঙ্ক্ষাৰ চকুপানী। গিৰিয়েকে উপদেশ দিলে ধনী বান্ধবীৰ-পৰা এযোৰ পোছাক ধাৰ কৰি আনিবলৈ। বান্ধবীৰ বদান্যতাৰ গুণত পোছাকৰ লগতে এডাল হীৰাৰ কণ্ঠহাৰো তেওঁ লৈ আহিল। অন্ততঃ এদিনৰ কাৰণে হলেও বিলাসৰ মৌ-ৰস তেওঁ পান কৰিব আৰু আনৰ চকুৰ আগত সুন্দৰী হৈ জিলিকিব। লইছে গ'ল বল নাচিবলৈ। কিন্তু উভতি আহি ঘৰত দেখিলে হীৰাৰ কণ্ঠহাৰ তেওঁৰ ডিঙিৰপৰা ওলমি থকা নাই। ইয়াৰ পিছত আন এডাল বহুমূলীয়া কণ্ঠহাৰৰ প্ৰত্যৰ্পণ আৰু মছিও আৰু মেডাম লইছেৰ জীৱনলৈ নামি অহা দাৰিদ্ৰ্যৰ দীঘলীয়া নিৰ্য্যাতন।

যি কৌশলৰ অৱলম্বনত এই গল্পটো কোৱা হৈছে তাত যেনেকৈ জটিলতা নাই, তেনেকৈ অযথা বহুল বাক্য-ব্যয়ৰ চেষ্টাও নাই। আৰম্ভণিৰেপৰা শেষলৈকে গোটেই গল্পটো সম্পূৰ্ণ স্বাভাৱিক ৰূপত প্ৰকাশিত কৰা হৈছে। লগতে নিচেই কম কথাৰ মাজেদি লইছেৰ দুৰাকাঙ্ক্ষাৰ নিষ্ঠুৰ পৰিণতিৰ চিত্ৰও স্পষ্ট কৰি তোলা হৈছে। কোনো কোনো আলোচকে গল্পটো প্ৰতীকধৰ্ম্মী বুলি ব্যাখ্যা কৰি কণ্ঠহাৰৰ যোগেদি দেখিবলৈ পাইছে লইছেৰ সামাজিক প্ৰতিষ্ঠা-লাভৰ দুৰাকাঙ্ক্ষাৰ নিষ্ঠুৰ বিফলতা।

"দি কন্‌ফেছন" এজন সম্ভ্ৰান্ত ব্যক্তিৰ মৃত্যুৰ পিছত নিজে লিপিবদ্ধ কৰি থোৱা এক দুষ্কৃতিৰ স্বীকাৰোক্তি। সম্ভ্ৰান্ত ব্যক্তিৰ পৰলোকত গোটেই অঞ্চল ম্ৰিয়মান হ'ল। অন্ত্যেষ্টি ক্ৰিয়া সমাপন হোৱাৰ পিছত তেওঁ এৰি থৈ যোৱা উইলৰ লগত পোৱা হ'ল এটা বিবৃতি, অনুতপ্ত হৃদয়ৰ অপ্ৰকাশিত এক কৰুণ বিননি।

সম্ভ্ৰান্ত ব্যক্তিৰ অবৈধ প্ৰণয়ৰ ফলত জন্মলাভ কৰিলে এক হতভগীয়া শিশুৱে, যাৰ প্ৰয়োজন মাকৰ ফালৰপৰা থাকিলেও বাপেকৰ ফালৰপৰা নাই। ইয়াৰ দৃষ্টিত সেইবাবে তেওঁৰ অন্তৰ কৰুণাৰে ভৰি নুঠিল। তেওঁ দেখিলে এই নবজাত শিশুৱে এদিন তেওঁৰ সোণৰ সংসাৰ-আকাশত ধূমকেতুৰ দৰে আৱিৰ্ভাৱ হব। জাৰকালি। বাহিৰত হিম চেঁচা বতাহ। কেচুৱাটি কমৰ ভিতৰত শুইছে। এটা অস্বাভাবিক ক্ৰূৰতাই হঠাতে তেওঁক উন্মাদ কৰি তুলিলে। তেওঁ লাহে লাহে কেচুৱাটিৰ গাৰপৰা কাপোৰ আঁতৰাই দিলে আৰু সমুখৰ খিৰিকীখনো খুলি পেলালে। এছাটি চেঁচা বতাহ ভিতৰলৈ সোমাই তেওঁৰ গাৰ কঁপনি তুলিলে। কেচুৱাই কাহিব আৰম্ভ কৰিলে। দহদিনৰ পিছত তাৰ মৃত্যু হ'ল। সমাজৰ চকুৰ আঁৰত এই নৃশংসতা সংঘটিত হলেও সম্ভ্ৰান্ত ব্যক্তিৰ অন্তৰত অনুতাপৰ তুষানল মৰণৰ সময়লৈকে জ্বলি থাকিল আৰু সেয়ে এই স্বীকাৰোক্তি।

সম্ভ্ৰান্ত ব্যক্তিৰ জীৱনৰ পদস্খলনৰপৰা উদ্ভৱ হোৱা এটা অস্বাভাৱিক ঘটনা এখন চিঠিৰ যোগেদি তুলি ধৰা হলেও গল্পকাৰে নাটকীয় ভঙ্গীৰ সহায়ত ব্যক্তিৰ ক্ৰূৰ অভিজ্ঞতা সজীৱ কৰিবলৈ সক্ষম হৈছে। চিঠিৰ মাজেদি কেন্দ্ৰীভূত এটা ভাব দক্ষতাৰে ফুটাই তোলাত সহায় কৰিছে গল্পকাৰৰ বিন্যাস-নিপুণতাই।

"দি অডিছে অব্ এ প্ৰষ্টিটিউট্" এজনী পতিতাৰ আত্ম-কাহিনী। পিতৃ-মাতৃহীনা এজনী বালিকা আনৰ ঘৰত দাসী হৈ থকা সময়তে কেনেকৈ পতিতা-বৃত্তিৰ বাটত আগুৱাই গ'ল, তাৰ চমু অথচ অৰ্থব্যঞ্জক ইতিহাস এই গল্পত আছে। গল্পটোৰ মাজত থকা বক্ৰাঘাত আৰু বৰ্ণনা আৰু সংলাপৰ ক্ষেত্ৰত দেখুৱা লেখকৰ সংযম লক্ষণীয়। গল্পটোৰ ভিতৰত মনোবৈজ্ঞানিক বিশ্লেষণৰ চেষ্টা নাই কিন্তু বাস্তৱ জীৱনত লগ পোৱা একো একোটা ব্যক্তিৰ সংস্পৰ্শত জীৱনৰ স্ফূৰ্তি আওপাকে বৈ যোৱাৰ দৃষ্টান্ত আছে।

"দি মাস্ক" এজন বৃদ্ধৰ যৌবন-সুলভ ক্রীড়া-কৌতুকৰ প্ৰতি থকা অদমনীয় স্পৃহাৰ বৰ্ণনা। যৌবন কালত ৰিপু-পৰবশ হৈ বৃদ্ধই নিজৰ ঘৈণীয়েকৰ জীৱনলৈ মাতি আনিছিল ম্লান, মূক বেদনা। সন্দেহবাদী ঘৈণীয়েকে এদিন গিৰিয়েকৰ কুমৰ ওচৰত ছড়াল পকা চুলি দেখি পেটে পেটে ভালেই পালে—ভাবিলে, লাহে লাহে গিৰিয়েকৰ মাৎসৰ্য্য আঁতৰি যাব, বুঢ়াকালত হলেও স্বামীক অকলে লাভ কৰি তেওঁ মনত শান্তি লভিব। কিন্তু বৃদ্ধৰ মনৰপৰা বিলাসৰ কল্পনা আঁতৰি নগ'ল। যুৱতীৰ সান্নিধ্য বিচৰা বুঢ়াৰ বলিয়া মন তেতিয়াও বলিয়া হৈয়েই থাকিল। ডেকা মানুহৰ মুখা পিন্ধি বুঢ়াই বল-নৃত্যত যোগ দিয়ে আৰু ইয়াতেই লাভ কৰে এক মানসিক তৃপ্তি। কিন্তু এনে এখন নৃত্যোৎসবৰ মাজতে বুঢ়া পিছলি পৰি অজ্ঞান হোৱাৰ ফলত বুঢ়াৰ জীৱনৰ ইতিহাস ওলাই পৰিল।

বৃদ্ধ নৃত্যশিল্পীৰ জৈৱিক দুৰ্বলতা হ'ল মদ আৰু মাইকীৰ প্ৰতি থকা অতৃপ্ত আসক্তি। এই আসক্তিৰ ৰূপান্তৰ ঘটিলেও যুৱতীৰ সান্নিধ্যৰ মোহ আৰু ৰোমান্টিক উপভোগৰ আকাঙ্ক্ষা বুঢ়াৰ জীৱনৰ অপৰিহাৰ্য্য অঙ্গ হৈ পৰিছে। গল্পটোৰ ভিতৰত হয়তো অতিশয়োক্তিৰ ছাপ আছে। কিন্তু সমাজত প্ৰচলিত বল-নৃত্যৰ স্বৰূপ উদ্ঘাটনৰ ক্ষেত্ৰত বক্ৰাঘাত কৰাৰ উদ্দেশ্য থকাৰ কাৰণে এই অতিশয়োক্তিৰ প্ৰয়োজন হৈছে। আন হাতে বুঢ়াৰ এই অস্বাভাৱিক আচৰণত আনে আচৰিত হলেও ঘৈণীয়েকে তাক স্বাভাৱিক ৰূপতে গ্ৰহণ কৰিছে।

"ভেট্ৰী" ( Yvette ) এটা দীঘলীয়া গল্প। মেদাম ওবাৰ্ডি নামজ্বলা পেৰিচৰ গণিকা—জীয়েক ভেট্ৰি যৌবন-উদ্দীপ্তা, আমোদ-প্ৰমোদৰ মাজত ঠন ধৰা, লোভনীয়া আধুনিকা। মেদামৰ প্ৰমোদ-কক্ষৰ প্ৰতি ছাৰভিগ্‌নি আৰু ছাভালৰ প্ৰবল আকৰ্ষণ। কিন্তু দুয়োৰো মাজত বিৰোধ নাই। ছাভালৰ আকৰ্ষণ মাক আৰু

ছাৰভিগ্নিৰ আকৰ্ষণ চঞ্চলা, চপলা জীয়েক। মাক অৱশ্যে সহজলভ্যা। কিন্তু বাহ্যিক নানান চঞ্চলতাৰ মাজতো জীয়েক আছিল অনাঘ্ৰাত পুষ্প। ভেট্ৰীৰ প্ৰেমিক আছে। ফৰাচী, জাৰ্মান, ইটালিয়ান্ প্ৰেমিক-ভ্ৰমৰসকল ছাৰভিগ্নিৰ প্ৰতিদ্বন্দ্বী। ছাৰ-ভিগ্নিৰ মনৰ কল্পনা ভেট্ৰীক ভোগৰ সামগ্ৰী হিচাবে পাবলৈ। ভেট্ৰীৰ নৱযৌবনৰ উন্মাদনাৰ মাজত আছে এক আনন্দ-মুখৰ জীৱন। তাইৰ ঘৰত ৰাজকুমাৰ, বেৰণ, উচ্চ কৰ্মচাৰী সকলৰ সমাগম। কিন্তু এনে সমাগমৰ কাৰণ বিচাৰি উলিওৱাৰ চেষ্টা তাই কোনো দিনেই কৰা নাই। আনন্দ-সোঁতত ভটীয়া নাৱৰ দৰে তাইৰ জীৱন উটি গৈছে। তাইৰ বা অৱসৰেই ক'ত? ছাৰভিগ্নিৰ কৌশলত ভেট্ৰীৰ অন্তৰত প্ৰণয়ৰ সপোন জাগি উঠিলেও তাৰ সম্ভোগ-লালসাৰ ইঙ্গিত তাই সমূলি বুজিব পৰা নাই। শেহত মাকৰপৰা তাই জানিলে যে ছাৰভিগ্নিক পত্নী-ৰূপে পোৱা তাইৰ আশা আকাশ-কুসুম সদৃশ। এদিনাখন সন্ধিয়া ছাভাল আৰু তাইৰ মাকক ভেট্ৰীয়ে আলিঙ্গনত আবদ্ধ হোৱা দেখিলে। তেতিয়াহে তাই বুজি পালে একে ধৰণেৰে মানুহ সদায় তাইৰ ঘৰলৈ অহাৰ কাৰণ কি। তাইৰ মন বিদ্ৰোহী হৈ উঠিল। এনে জীৱন যাপন কৰাতকৈ দাসীবৃত্তিও ভাল। তাই মাকৰ ওচৰত দাবী জনালে—সিহঁতে সেই ঠাই পৰিত্যাগ কৰিব লাগে। গাৱঁলৈ গৈ সিহঁতে এটা সৎ জীৱন যাপন কৰিব লাগে। জীৱনৰ কঠোৰ নিৰ্য্যাতনৰ মাজেদি অহা মাকে বুজিলে সেইটো সম্ভৱ নহয়। মাকে প্ৰতিবাদ জনালে। ভেট্ৰীৰ মনৰ শান্তি নোহোৱা হ'ল। ভাবি-চিন্তি তাই স্থিৰ কৰিলে, তাই বিষ খাই আত্মহত্যা কৰিব। আন এটি নিশাত প্ৰেমিক-সকলৰ আগমন হৈছে। ভেট্ৰীয়ে তাইৰ কমৰ ভিতৰত ক্লোৰো-ফৰ্মৰ পেকেট খুলি লাহে লাহে অচেতন হৈ পৰিল। শব্দ শুনি ভেট্ৰীৰ কোঠাৰ ভিতৰ সোমাই ছাৰভিগ্নিয়ে দেখিবলৈ পালে

ভেট্ৰী অচেতন অৱস্থাত। ঘৰত হুৱা-দুৱা লাগিল। মাক্কে চিঞৰি কান্দিব ধৰিলে। ছাৰভিগ্নিয়ে সকলোকে আশ্বস্ত কৰিলে, কলে ভেট্ৰী মৰা নাই, নমৰে। ভেট্ৰীৰ হাত দুখন নিজৰ কোলাত তুলি লৈ তাইৰ শেঁতা পৰি যোৱা মুখখনিলৈ চাই তাৰ অন্তৰ কুমলি গ'ল। স্নেহেৰে সি তাইৰ গাৰ ওপৰত হাত বুলাব ধৰিলে। অলপ পিছত ভেট্ৰীয়ে চকু মেলিলে। তাইৰ মনৰ সকলো দুশ্চিন্তা যেন বিস্মৃতিৰ গৰ্ভত লয় হৈ গৈছে। তাইৰ দুৰ্ব্বল সিৰে সিৰে প্ৰবাহিত হৈছে যেন এক তৃপ্তিৰ মদিৰা।

গল্পটোৰ মাজেদি পেৰিছ মহানগৰীৰ বুকতে বিলাস-ব্যসনত মত্ত এদল লোকৰ ভোগ-লালসাৰ হুবহু চিত্ৰ তুলি ধৰাৰ উপৰিও সাময়িকভাৱে ভেট্ৰীৰ বিদ্ৰোহৰ মাজেদি এটা দুৰ্বল আদৰ্শবাদ প্ৰকাশিত কৰা হৈছে। ভেট্ৰীৰ অন্তৰত জাগি উঠা ক্ষণস্থায়ী পলায়নী মনোবৃত্তিৰ প্ৰতি জীৱনৰ সম্ভোগ-বিধুৰা মাকৰ উদাসীনতাৰ বাহিৰে আন একো নাই। মাকে হয়তো জানে যে ভেট্ৰীৰ সম্ভোগ-তৃষ্ণাৰ নাগপাশৰপৰা সহজে মুক্তিলাভ নহ'ব।

মোপাছাঁৰ পৰ্য্যবেক্ষণ ক্ষমতা তীক্ষ্ণ। জীৱনৰ এটি ফাল তেওঁ তন্ন-তন্নকৈ চাবলৈ চেষ্টা কৰিছে। কিন্তু সৰহ ক্ষেত্ৰতেই তেওঁ মানুহৰ মাজত দেখিবলৈ পাইছে সম্ভোগৰ অদম্য বাসনা, ছলনাৰ স্বাৰ্থপৰতা আৰু হিংসাৰ নিষ্ঠুৰতা। মানৱৰ মাজত থকা বিচিত্ৰতাৰ সন্ধানৰ প্ৰতি তেওঁ অনুৰাগী নহয়। তেওঁৰ জীৱনৰ অভিজ্ঞতাৰ গণ্ডী ঠেক। আন হাতে সীমিত অভিজ্ঞতাৰ কাৰণে তেওঁৰ হাতৰ চিত্ৰবোৰো হৈ উঠিছে স্পষ্ট আৰু জীৱন্ত। স্বাভাৱিক পৰিবেশৰ মাজত গল্প-চৰিত্ৰৰ মুক্ত বিচৰণৰ কৌশল মোপাছাঁৰ হাতত যেনেকৈ সাৰ্থক হৈছে আন গল্পকাৰৰ হাতত তেনে হোৱা নাই। মোপাছাঁৰ গল্পত মনোবৈজ্ঞানিক বিশ্লেষণৰ প্ৰভাৱ কম। নৈতিক বা সামাজিক চৈতন্যৰ অভাৱো তেওঁৰ গল্পত আছে। লেখকৰ কোনো জীৱন-দৰ্শনৰ সৌৰভৰ মাজেদি তেওঁৰ গল্পবোৰ ওলাই

অহা নাই। কোনো পৰিস্থিতিৰ বুকুত চৰিত্ৰসমূহৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া চায়েই লেখক সন্তুষ্ট। লেখকৰ নিৰপেক্ষতা সদায় স্পষ্ট। এই নিৰপেক্ষতাৰ কাৰণে তেওঁৰ সৰহ ভাগ চৰিত্ৰৰ মাজত সূক্ষ্ম বৈশিষ্ট্য ফুটি উঠা নাই। সৰহ ভাগৰ গাতেই আছে জৈবিক দুৰ্বলতাৰ ওচৰত আত্ম-সমৰ্পণ, হয়তো পোনে পোনেই, নহলে আওপাকে। মোপাছাঁৰ উদ্দেশ্য সমসাময়িক সমাজত দেখিবলৈ পোৱা কথাৰ কোনো ব্যতিক্ৰম নকৰাকৈ নিজৰ শিল্প-প্ৰতিভাৰে গল্পত তাৰ ৰূপ দিয়া। জীৱনৰ আন দিশৰ ওপৰত চকু দিবলৈ চেষ্টা কৰাত তেওঁৰ নিশ্চয় একো বাধা নাছিল কিন্তু সেই দিশৰ ওপৰত তেওঁ চকু নিদিলে। যিটো দিশ তেওঁ চাইছে তাৰ নিৰ্ভুল বৰ্ণনা দিয়াৰ পটুতা অৱশ্যে তেওঁৰ আছে। চুটি আৰু সৰল বাক্‌ভঙ্গীৰ সহায়ত তেওঁ যি সৃষ্টি কৰিছে সি সুদক্ষ শিল্পীৰ কৌশলৰ পৰশত জীৱন্ত। গল্পৰ বিন্যাস-ৰীতিৰ মাজত কলাকাৰৰ নিৰ্বাচন-ক্ষমতা সদায় সুস্পষ্ট।

ফৰাচী ভাষাৰ মাধ্যমেৰে মোপাছাঁই আধুনিক গল্প সাহিত্য সমৃদ্ধ কৰাৰ দৰে ৰুছ ভাষাৰ মাধ্যমেৰে চেক্‌খভে গল্প-সাহিত্যলৈ আনে অপূৰ্ব সম্পদ। টুৰ্গিনেভ্ আৰু চেক্‌খভৰ ৰচনা-শৈলীৰ মাজত সাদৃশ্য আছে। টুৰ্গিনেভৰ লেখাৰ মাজত ঠায়ে ঠায়ে থকা বাহুল্য-বৰ্জ্জন চেক্‌খভৰ এটা বিশেষত্ব। চেক্‌খভ্ অকল গল্প লেখকেই নহয়, তেওঁ একেধাৰে কবি আৰু নাট্যকাৰো। কাব্যিক অনুভূতি আৰু নাটকীয় কৌশলৰ প্ৰয়োগে তেওঁৰ গল্পবোৰ অনন্য-সদৃশ কৰাৰ উপৰিও কোনো কোনো অভিজ্ঞতাৰ কাব্যময় ৰূপ দিছে। মোপাছাঁ আৰু চেক্‌খভ্ দুয়োৰেই সমসাময়িক গল্প-লেখক। কিন্তু কলাকাৰ হিচাবে দুয়োৰে বিশেষত্ব দুটা ক্ষেত্ৰত। মোপাছাঁই পৰিস্থিতি উদ্ভাৱন আৰু ঘটনা-সন্নিবেশৰ যোগেদি অভিজ্ঞতাৰ বিশেষত্ব প্ৰকাশ কৰিবলৈ যত্ন কৰে আৰু চেক্‌খভে অন্তৰ্দৃষ্টিৰ

চেক্‌খভ্
১৮৬০--১৯০৪

সহায়ত কোনো বিশেষ মনোভাৱৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া বাস্তৱ ৰূপত তুলি ধৰে। মোপাছাঁৰ দৃষ্টিকোণ সম্পূৰ্ণ বিষয়গত। চেক্‌খভৰ আছে বিষয়গত দৃষ্টিকোণৰ মাজত থকা মনোবৈজ্ঞানিক কাৰণৰ অনুসৰণৰ চেষ্টা।

চেক্‌খভে প্ৰথমতে হাস্য-ৰসাত্মক গল্প লিখিছিল। এনে গল্পৰ যোগেদিয়ে তেওঁ প্ৰথমতে নিজৰ দেশত প্ৰতিষ্ঠা লাভ কৰে। হাস্য-ৰসাত্মক গল্পবোৰে ৰুছিয়াৰ বাহিৰত তেনে আদৰ নাপালেও এইবোৰৰ মাজেদি প্ৰকাশিত হোৱা লেখকৰ অৱলোকন-ক্ষমতা আৰু প্ৰকাশ-কুশলতা ফুটি উঠিছে। "দি থ্ৰিয়েট" এটা তেনে গল্প। এজন সম্ভ্ৰান্ত লোকৰ এটা ঘোৰা চুৰি হোৱাত ঘোষণা কৰি দিলে যে, তেওঁৰ ঘোৰা ঘূৰাই নিদিলে তেওঁৰ পিতাকে লোৱা ব্যৱস্থাতকৈযো কঠোৰতৰ ব্যৱস্থা তেওঁ লব। চোৰে ভয়তে ঘোৰা ঘূৰাই দিলে। বন্ধুসকলে সম্ভ্ৰান্ত ব্যক্তিক সুধিলে, "আপোনাৰ পিতৃয়ে কি ব্যৱস্থা লৈছিল?" "ঘোৰা চুৰ কৰা সময়ত পিতা আন ঠাইত আছিল। ঘোৰা হেৰোৱাত তেওঁ জিনটো কান্ধত লৈ খোজকাঢ়ি ঘৰ সোমাইছিল।"

"দি কোৰাছ গাৰ্ল" এটা চুটি গল্প। পাছা যুৱতী গায়িকা, কোলপাকভ্ বিবাহিত যুৱক, পাছাৰ গুণমুগ্ধ প্ৰেমিক। পাছাৰ ঘৰতে কোলপাকভ্ বহি আছে। এনেতে ঘৰৰ দুৱাৰত কোনোবাই খুন্দিয়ালে। লৰালৰিকৈ কোলপাকভ্ আন এটা কমলৈ গুচি গ'ল। ভিতৰলৈ সোমাই আহিল এগৰাকী মহিলা। তেওঁৰ চকুত চকুপানীৰ দাগ, ওঁঠত খং আৰু ঘৃণাৰ অস্থিৰ কম্পন। বহল চকুযুৰি মেলি তিৰোতা গৰাকীয়ে পাছাক সুধিলে তেওঁৰ স্বামী ক'ত? আগন্তুকৰ আচৰিত প্ৰশ্নত পাছাৰ গাৰ কঁপনি উঠিল। উত্তৰ দিলে, তাই নাজানে। ৰণচণ্ডী মূৰ্ত্তি ধাৰণ কৰি তিৰোতা গৰাকীয়ে পাছাক তিৰস্কাৰ কৰিবলৈ আৰম্ভ কৰিলে। তায়েই জানো সকলো সৰ্বনাশৰ মূল নহয়? তায়েই জানো কোলপাকভ্,

তেওঁৰ পত্নী আৰু তেওঁৰ ল'ৰা-ছোৱালীক ধ্বংসৰ মুখলৈ আগুৱাই দিয়া নাই? কোলপাকভৰ উপাৰ্জন সামান্য। এই সামান্য উপাৰ্জনেৰে তেওঁ এক গণিকাৰ অৰ্থলিপ্সা মিটাব নোৱাৰে। সেইবাবে তেওঁ চৰকাৰী টকা আত্মসাৎ কৰিছে আৰু তাকে অৰ্পণ কৰিছে এক নৰকৰ কীটৰ হাতত। কালিয়েই তেওঁক হাত-কেৰেয়া লগাই পুলিচে লৈ যাব, ফাটেকত দিব। কোনে চাব তেতিয়া তেওঁৰ পত্নীৰ পিনে, ল'ৰা-ছোৱালীৰ পিনে? তিৰোতা গৰাকীৰ চকুৰে সৰ্‌সৰকৈ চকুপানী পৰিব ধৰিলে। খন্তেক পিছত আশ্বস্ত হৈ তেওঁ কলে, এটা মাথোন উপায় আছে—একমাত্ৰ ৰক্ষাৰ উপায়। কোলপাকভৰ প্ৰেয়সীয়ে তেওঁৰ স্বামীৰপৰা পোৱা সকলো উপহাৰ তেওঁক ওভোতাই দিব লাগে। গণিকাৰ আগত আঠু লৈ তেওঁ মিনতি কৰিছে সকলো ধন পাছাই ওভোতাই দিয়ক, নহলে এটা নিৰপৰাধী পৰিয়াল ধ্বংসমুখী আগ্নেয়গিৰিৰ ওপৰত পৰিব। ভয় আৰু খঙৰ দোমোজাতে পাছাই বাকচৰপৰা এপদ এপদকৈ সকলো অলঙ্কাৰ আগন্তুকৰ আগত ঢালি দিলে। সকলোখিনিকে ৰুমালেৰে টোপোলা বান্ধি লৈ আগন্তুক আঁতৰি গ'ল। অৱনত, চিন্তাযুক্ত কোলপাকভ্ লাহে লাহে কমৰপৰা ওলাই আহিল। খঙত আত্মহাৰা পাছাই তেওঁক দাবী কৰিলে পাছাক তেওঁ কি কি উপহাৰ দিছিল তাক কবলৈ। কিন্তু এতিয়া কোলপাকভৰ এই প্ৰশ্নৰ প্ৰতি লক্ষ্য নাই। তেওঁৰ অনুতাপদগ্ধ হিয়াত এতিয়া এটাই মাথোন চিন্তা জাগিছে। কোলপাকভৰ কাৰ্য্যই সম্ভ্ৰান্ত এগৰাকী নাৰীক অজ্ঞাত এক গণিকাৰ ওচৰত আঠু লব লগা অৱস্থালৈ আনিছে। এই কাৰ্য্যৰ বাবে তেওঁ কেতিয়াও নিজকে ক্ষমা কৰিব নোৱাৰে—কেতিয়াও নকৰে।

কোলপাকভৰ পত্নীৰ সাহস আৰু দৃঢ়তাৰ ওচৰত পাছাৰ নিৰ্বোধ আত্ম-সমৰ্পণৰ চৰম পৰাজয় গল্পটোৰ স্তৰে স্তৰে অপূৰ্ব ৰূপত প্ৰকাশ কৰা হৈছে। নিজৰ সৰ্বস্ব লুণ্ঠন কৰিব অহা এক

নাৰীৰ সাহসিকতাৰ আগত পাছাৰ দুৰ্বল ব্যক্তিত্ব সম্পূৰ্ণৰূপে ভাঙি পৰিছে। কোলপাকভৰ মনৰ পৰ্দাৰ ফাকেদি ওলাই আহিছে সম্ভ্ৰমৰ এক দানবীয় ৰূপ। পাছাৰ পুতিগন্ধময় জীৱনৰ প্ৰতি তেওঁৰ অন্তৰত হঠাতে জাগিছে বিতৃষ্ণা আৰু ঘৃণা।

"৬নং ওৱাৰ্ড" চেকভৰ এটা দীঘল গল্প। কেৱে কেৱে ইয়াক এখন সৰু উপন্যাস বুলিও কৈছে। কিন্তু উপন্যাসৰ ব্যাপকতা ইয়াত নাই। ৬নং ওৱাৰ্ডৰ ৰোগী ডিমিট্ৰিচ্ ভাল বংশৰ লোক। তেওঁ এসময়ত অফিচতো কাম কৰিছিল, এতিয়া হলে মানসিক ৰোগগ্ৰস্ত। এদিন হঠাৎ চাৰিজন সশস্ত্ৰ পুলিচে এজন মানুহক হাত-কেৰেয়া লগাই নিয়া দেখা পাই ডিমিট্ৰিচৰ মনতো সন্দেহ হ'ল যে, পুলিচে তেওঁকো এদিন হাত-কেৰেয়া লগাই লৈ যাব পাৰে। এই ধাৰণা তেওঁৰ মনত বদ্ধমূল হোৱাত তেওঁৰ মূৰৰ বিকাৰ ঘটিল, তেওঁ ৬নং ওৱাৰ্ডত স্থান পালে। ডাঃ এন্ড্ৰে ইয়েফিমিচ এজন বিশিষ্ট লোক। ল'ৰাকালত ধৰ্মৰ প্ৰতি তেওঁৰ আসক্তি আছিল আৰু এসময়ত পাদ্ৰী হম বুলিও তেওঁ ভাবিছিল। তেওঁৰ পিতাক আছিল ডাক্তৰ। তেওঁ বাধা দিলে। ইয়েফিমিচে তেতিয়া ডাক্তৰী পঢ়িলে। কিন্তু পিছৰ জীৱনতো ডাক্তৰী কামতকৈ পুথিপত্ৰ পঢ়ি তাৰপৰা জ্ঞান লাভ কৰাৰ আকাঙ্ক্ষা হ'ল তেওঁৰ বেছি প্ৰবল। পঢ়াশুনা কৰি তেওঁ জ্ঞানলাভ কৰিছে যথেষ্ট। কিন্তু এইবোৰৰ আলোচনা কৰাৰ কাৰণে তেওঁ উপযুক্ত সঙ্গী নাপায়। এয়ে তেওঁৰ মনত দুখ। এজন সঙ্গী অৱশ্যে তেওঁৰ আছে—পোষ্টমাষ্টৰ এভেৰিয়ানিচ্। পিছে, তেওঁ সকলো ক্ষেত্ৰতে ডাক্তৰৰ মতবেই প্ৰতিধ্বনি তোলে মাথোন। এদিন ডাক্তৰে ওৱাৰ্ড পৰিদৰ্শন কৰিবলৈ গ'ল। ৬নং ওৱাৰ্ডৰ ৰোগী ডিমিট্ৰিচে চীৎকাৰ কৰি ডাক্তৰক ভৰ্ৎসনা কৰিবলৈ আৰম্ভ কৰিলে। সি দাবী তুলিলে তাক মুক্ত কৰি দিব লাগে। দুয়োৰে কথা কটাকটি হ'ল। ইয়াৰ মাজেদিয়ে ডাক্তৰে ডিমিট্ৰিচৰ মনৰ উচ্চতা মাপি ললে। লাহে

লাহে ডিমিট্রিচৰ লগত আলোচনাত প্ৰবৃত্ত হোৱা তেওঁৰ এটা অভ্যাসত পৰিণত হ'ল। মানুহে তেওঁক সন্দেহ কৰিব আৰম্ভ কৰিলে—ডাক্তৰো বিকাৰগ্ৰস্ত হোৱা নাইতো! চহৰৰ সদস্য-সকলে তেওঁক উপদেশ দিলে, তেওঁ স্বাস্থ্যকৰ ঠাইলৈ যাব লাগে। তেতিয়া গা-মন ভাল লাগিব, অন্তৰৰ অবসাদো আঁতৰিব। এভেৰিয়ানিচ্ তেওঁৰ লগত ওলাল। ইয়েফিমিচৰ ঠাইত নতুন ডাক্তৰ লোৱা হ'ল। শেহত নতুন ডাক্তৰে এদিন চক্ৰান্ত কৰি তেওঁক ৬নং ওৱাৰ্ডৰ ভিতৰত বন্ধ কৰি থলে। সন্ধিয়া ডাক্তৰে দুৱাৰ খুলি বাহিৰলৈ ওলাব খোজোতেই বাধা দিলে তেওঁৰেই একালৰ পুৰাতন ভৃত্য নিকিটাই। খণ্ডত ডাক্তৰৰ গোটেই গা কঁপিব ধৰিলে। ইকি অত্যাচাৰ! তেওঁ দাবী জনালে যে তেওঁ বাহিৰলৈ যাবই লাগিব। ডিমিট্ৰিচে তেওঁৰ দাবী সমৰ্থন কৰিলে। ভিতৰৰপৰা তেওঁ জোৰেৰে দুৱাৰত খুন্দিয়ালে। হঠাতে নিকিটা দুৱাৰ খুলি ভিতৰলৈ সোমাই আহিল। ঢকা মাৰি ডাক্তৰক পেলাই দি সি তেওঁৰ নাকে-মুখে কেইটামান ঘুচি লগাই বিচনাত বগৰাই দিলে। অসহ্য যন্ত্ৰণাত ছট্‌ফট্ কৰি থাকি পিছদিনা সন্ধিয়া ডাক্তৰ মৃত্যুৰ মুখত পৰিল।

গল্পটোত ডিমিট্ৰিচ আৰু ইয়েফিমিচৰ চৰিত্ৰৰ মাজত একে ধৰণৰ কম্‌প্লেক্‌ছেই কাম কৰিছে। এটা সামান্য কথাৰ সূত্ৰ লৈযেই ডিমিট্ৰিচৰ মন-আকাশত সন্দেহৰ কলা মেঘৰ আবিৰ্ভাব হ'ল আৰু তাৰ ফলতেই হ'ল ৬নং ওৱাৰ্ডত তেওঁৰ বসতি। চিকিৎসাৰ সুব্যৱস্থা তাত নাই। ৰোগীৰ শুশ্ৰূষা তাত আকাশ-কুসুম। বিৰাট কাৰাগাৰৰ দৌৰাত্ম্য তাত মূৰ্ত্তিমান। মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে ইয়েফিমিচে বুজা নাছিল কেনে যন্ত্ৰণাৰ মাজত ৰোগীয়ে তাত দিন নিয়াইছে। নানান শাস্ত্ৰ পঢ়ি ইয়েফিমিচৰ মনত যিবোৰ প্ৰশ্নই তোলপাৰ লগাইছিল তাৰ আলোচনাৰ উপযুক্ত পাত্ৰ তেওঁ নগৰত বিচাৰি পোৱা নাই। তেওঁৰ মনৰ মাজত আছে অস্পষ্ট ব্যাকুলতা।

মূৰৰ বিকাৰ নিশ্চয় তেওঁৰ হোৱা নাছিল। এক ষড়যন্ত্ৰৰ সূচীক্ষতত তেওঁ হৈ পৰিছিল বিব্ৰত। শেহত তেওঁক পগলা বনোৱা হ'ল। ইয়েফিমিচে জীৱনক উপভোগ কৰিবলৈকো নিশিকিলে অথচ আদৰ্শবাদী পুৰুষৰ দৰে আদৰ্শৰ ওপৰত নিষ্ঠা স্থাপনো কৰিব নোৱাৰিলে। তেওঁৰ জীৱনৰ চৰম ব্যৰ্থতা পাৰিপাৰ্শ্বিকতাৰপৰা উদ্ভূত হলেও এই পাৰিপাৰ্শ্বিকতা প্ৰতিকূল হোৱাৰ সুযোগ পাইছে তেওঁৰ উদাসীনতা আৰু অকৰ্মণ্যতাৰ কাৰণে।

মোপাছাঁৰ দীঘলীয়া গল্প "ভেট্ৰী" আৰু চেকৃখভৰ "৬নং ওৱাৰ্ড"ৰ তুলনামূলক আলোচনা কৰিলে দুয়োবো কলা-কৌশল প্ৰয়োগৰ প্ৰভেদ চকুত পৰে। দীঘলীয়া গল্প হলেও "ভেট্ৰী"ৰ পৰিণতিৰ পিনে লক্ষ্য ৰাখি লেখকে ঘটনা-সংযোগ, সংলাপ প্ৰয়োগ প্ৰভৃতি সকলো ফাললৈ চকু ৰাখিছে। কোনো মানসিক দুৰ্বলতাৰ সুযোগ লৈ গল্প আগবঢ়াই নিয়াৰ উদ্দেশ্য লেখকৰ নাই। জীৱনৰ বহল বাটত কেইজনমান মানুহক লগ পোৱা হৈছে। ব্যক্তিগত ৰুচি নাইবা সামাজিক পৰিবেশে তেওঁলোকৰ কাৰ্য্য নিয়ন্ত্ৰিত কৰিছে। এই পৰিবেশৰপৰা আঁতৰি যোৱা ভেট্ৰীৰ চেষ্টা ব্যৰ্থতাৰে পৰ্য্যবসিত হৈছে। কিন্তু ছাভাল আৰু ছাৰ্ভিগনিৰ ৰুচিয়ে দেখুৱাই দিয়া বাটেদি দুয়ো আগ বাঢ়িছে। মোপাছাঁই নাজানে এই বাটৰ শেষ ক'ত। সম্ভোগসুখৰ তীব্ৰতাৰ পাৰ্শ্বজ্যোতি হিচাবে জিলিকি উঠিছে ছাভাল আৰু মেডাম্ ওৱাৰ্ডিৰ নিভৃত সান্নিধ্যৰ কামনা। "৬নং ওৱাৰ্ড"ত ইয়েফিমিচৰ মানসিক অশান্তিৰ বীজ কেনেকৈ গজি উঠি বাঢ়ি আহিল তাৰ ওপৰত গুৰুত্ব দিয়াৰ কাৰণে ডিমিট্ৰিচৰ লগত তেওঁ সংস্পৰ্শত আহিব লগা হ'ল। ডাক্তৰৰ মনত এই অশান্তিৰ বীজ গজাৰ উপযুক্ত ক্ষেত্ৰ হিচাবেই ডাক্তৰখানা, তাৰ পৰিবেশ, প্ৰতিটো ওৱাৰ্ডৰ ৰোগীৰ বহল পৰিচয় ইত্যাদি লেখকে সংযোগ কৰিছে। এই আটাইবোৰ বৰ্ণনাৰ মাজেদি ফুটাই তোলা হৈছে ব্যক্তিৰ কিছুমান দুৰ্বলতা। চেকৃখভৰদ্বাৰা চিত্ৰিত চৰিত্ৰৰ কাৰ্য্য

ফলাকাঙ্ক্ষা ৰহিত হৈ জীৱনৰ ঘাত-প্ৰতিঘাতৰ খোচাখুচিৰ মাজেদি আগবাঢ়ি গৈ থাকে। ইয়াতো গৈছে। কিন্তু এই কাৰ্য্য পূৰ্ব-পৰিকল্পিত পৰিণতিমুখী কৰাৰ আগ্ৰহ চেকৃখভৰ নাই। ইয়াৰ ফলত বৰ্ণনা আদিৰ বৰ্জনৰ ক্ষেত্ৰত মোপাছাঁ যেনে উদাৰ, চেক্‌কভ্ তেনে উদাৰ নহয়। কলা-কৌশলৰ ফালৰপৰা অনাৱশ্যকীয় বৰ্ণনা আৰু চিত্ৰ সংযোগৰ ত্ৰুটি তেওঁৰ কোনো কোনো গল্পত আছে। ইয়াতো আছে।

"দি লেডী উইথ এ দগ্" আন এটা দীঘল গল্প। য়াল্টাত গুৰোভ এজনী নাৰীৰ সংস্পৰ্শলৈ আহিল। এনা ছাৰ্গিয়েভ্না তেওঁৰ নাম। তেওঁৰ লগত এটা কুকুৰ। গিৰিয়েকৰ আদৰ-স্নেহৰ মাজত এনাৰ অশান্ত মনে কি যেন বিচাৰি ফুৰে। সেইবাবে তেওঁ আহিছে ভ্ৰমণৰ কাৰণে। পোন্ধৰ দিন পিছত গিৰিয়েকো আহি পোৱাৰ কথা। গুৰোভ এনাৰ কাষ চাপিল। দুয়োৰে বন্ধুত্ব গাঢ় হ'ল। এনাৰ জীৱনধাৰাৰ পৰিবৰ্ত্তন আহিল গুৰোভৰ সান্নিধ্যত। কেইদিনমান পিছত ছাৰভিয়েগ্না পিটাৰচ্বাৰ্গলৈ উলটিল। গিৰিয়েকে মাতি পঠিয়াইছে। গুৰোভ মস্কো পালেহি। মস্কোত নিজৰ পত্নী আৰু ল'ৰা-ছোৱালীৰ লগত থাকিও তেওঁৰ মন হৈ উঠিল অশান্ত। তেওঁ স্থিৰ কৰিলে পিটাৰচ্বাৰ্গলৈ গৈ তেওঁ ছাৰভিয়েগ্নাৰ লগত দেখা কৰিব। অন্ততঃ এষাৰ কথা পাতিব। পিটাৰচ্বাৰ্গত থিয়েটাৰৰ বিৰতিৰ সময়ত হ'ল দুয়োৰে দেখাদেখি। এনা স্তম্ভিত হ'ল, কাণত ফুচ্‌ফুচাই কলে গুৰোভ তৎক্ষণাৎ মস্কোলৈ উলটি যাব লাগে, এনাই নিজে তেওঁক মস্কোত লগ ধৰিব। ছাৰভিয়েগ্না আহি এখন হোটেলত থাকিল। গুৰোভ সদায় এনাৰ ওচৰলৈ আহে আৰু নিজৰ ল'ৰা-ছোৱালীৰ মাজলৈ উভতি যায়। কিন্তু লাহে লাহে ছাৰভিয়েগ্নাৰ এই গণিকাবৃত্তিৰ ওপৰত জন্মিল গভীৰ বিতৃষ্ণা। গুৰোভে জীৱন যাপন কৰে দুটা। এটা এনাৰ লগত গোপনে, আনটো নিজৰ পৰিয়ালৰ মাজত, সমাজৰ ভিতৰত। এনাই

গুৰোভৰ সঙ্গসুখ লাভ কৰে মনে মনে, চোৰৰ দৰে। গভিকে তাই বিচাৰে এই জীৱনৰ অবসান। কিন্তু ইয়াৰ অবসান হব কেনেকৈ, সি এক জটিল প্ৰশ্ন। দুয়োৰেই বুজিছে যে এনে জীৱনৰ অবসান ঘটাবলৈ তেওঁলোক দুয়ো কণ্টকাকীৰ্ণ বাটেৰে আগুৱাব লাগিব। সেই পথৰ যাত্ৰা এয়া আৰম্ভ হৈছে মাথোন।

ছাৰভিয়েগ্নাৰ মানসিক অস্বস্তিকে কেন্দ্ৰ কৰি আৰম্ভ হোৱা গল্পৰ কাহিনী অজটিলভাৱে আৰম্ভ হৈ পৰিণতিৰ পিনে আগবাঢ়ি গলেও শেহত এই অস্বস্তি আঁতৰি যোৱা নাই। সচৰাচৰ চেক্‌ভৰ গল্পৰ গুৰিতে কোনো এটা মানসিক দুৰ্বলতাৰে প্ৰাধান্য থাকে আৰু তাৰ পৰিণতি হয় বিপৰীতমুখী। "এন্ আপ্‌হিভেল", "গছেবেৰিজ্", "দি বেট্", "দি দেথ্ অব্ এ ক্লাৰ্ক" প্ৰভৃতি গল্পত এয়ে হৈছে। কিন্তু "দি লেডী উইথ্ এ দগ্" গল্প ইয়াৰ ব্যতিক্ৰম। গুৰোভৰ সান্নিধ্যত এনাৰ জৈৱিক বাসনাৰ সাময়িক তৃপ্তি আহি পৰিলেও তেওঁৰ মনৰ মাজত গভীৰ ৰেখাপাত কৰা অস্বস্তি আৰু অশান্তি দূৰ হোৱা নাই।

"দি ব্ৰাইদ্" গল্পৰ কেন্দ্ৰীয় চৰিত্ৰ নাস্থা। নাস্থা যুৱতী। তাইৰ বিয়াৰ কাৰণে সকলো ঠিক্‌ঠাক্ কৰা হৈছে। দৰা ওচৰৰে যুৱক এন্দ্ৰেয়িচ্, ধনী আৰু সম্ভ্ৰান্ত বংশোদ্ভব। নাস্থাৰ মনৰ মাজত এক অনিশ্চয়তাৰ হাহাকাৰ। নিশা তাইৰ চকুত টোপনি নাহে। দিনতো মূৰ কামুৰি থাকে। ছাছা মস্কোৰপৰা অহা এক যুৱক। তেৱেঁই প্ৰথমে তাইৰ মনত এক নতুন ধাৰণা সুমাই দিলে যে, তাই ঘৰৰপৰা আঁতৰি গৈ পটিলে এক বিমল আনন্দৰ মাজত তাইৰ জীৱন অতিবাহিত হব। বৰ্ত্তমানে তাইৰ জীৱনৰ চাৰিওকাষে আছে অজ্ঞতাৰ আৱৰ্জনা। ইয়াৰপৰা তাই বাহিৰ হব লাগিব। পিছ দিনা নাস্থাৰ দৰা সিহঁতৰ ঘৰলৈ আহি তাইৰে ৰূপ-গুণৰ প্ৰশংসা কৰিলে। সুন্দৰী নাস্থা সৰগৰ অপেশ্বৰী। কিন্তু সিদিনা নাস্থাৰ কাণত ই এক আওপুৰণি কথা যেন লাগিল। এই উক্তিৰ ভিতৰত

যেন নাই প্ৰাণৰ পৰশ। তাই গৈ মাকক জনালে বিয়া হব নোৱাৰে, বিয়া ভাঙি দিব লাগে। এখন নতুন জগতৰ মাজলৈ উৰি যাবলৈ তাইৰ মন উদ্বাউল হৈ উঠিছে। মাকৰ সম্মতি পোৱা নগ'ল। ছাছাই আশ্বাস দিলে তাইকো তেওঁ মস্কোলৈ লৈ যাব। কেইদিনমান পিছতে ছাছা যাবলৈ ওলাল। নাড্যাও তেওঁৰ লগে লগে মস্কো পালেগৈ। পিছত পিটাৰচ্‌বাৰ্গত তাই অধ্যয়ন আৰম্ভ কৰিলে। পৰীক্ষা শেষ কৰি তাই এবাৰ নিজৰ ঘৰলৈ ঘূৰি আহিল। তাই দেখিলে সিহঁতৰ সেই সৰু চহৰখন আগুৰি আছে এক আওপুৰণি মনোভাবৰ বেৰ। এনে সময়তে পথ প্ৰদৰ্শক ছাছাৰ মৃত্যু-বাতৰি তাই পালে। দুখত তাই কাতৰ হ'ল। কিন্তু ছাছাৰ উপদেশ সুঁৱৰি তাইৰ মনলৈ আহিল এক বিৰাট জীৱন-সত্তাৰ সন্ধানৰ আদৰ্শ। পিছদিনা ট্ৰুলি-টোপোলা লৈ তাই ঘৰৰপৰা ওলাল।

গল্পটোৰ যোগেদি নাড্যাৰ জীৱন-আদৰ্শৰ যি পৰিবৰ্ত্তন দেখুৱা হৈছে সেই পৰিবৰ্ত্তনৰ স্তৰ ভাগে ভাগে দেখুৱাৰ স্থান গল্পত নাই। চেকৃখভৰ গল্পত মানসিক কাৰ্য্যৰ বক্ৰগতি দেখুৱাবলৈ যাওঁতে তেওঁ কিছুমান দূৰবৰ্ত্তী বিন্দুৰ ওপৰত আলোকপাত কৰি গুচি যায়। অনেক সময়ত সহৃদয়ৰ হৃদয়ে সেইবোৰ সংযোগ কৰি লেখকৰ মনোবৈজ্ঞানিক দৃষ্টিভঙ্গী উপলব্ধি কৰিব লাগে। জীৱনৰ দাবীকো উপেক্ষা কৰি এক অস্পষ্ট বৃহত্তৰ জীৱন-সত্তাৰ আশাত নিজৰ প্ৰণয়ীক ভৰিৰে ঠেলি আঁতৰি যোৱাৰ কাৰণ হয়তো নাড্যাৰ অবচেতন মনত লুকাই থকা প্ৰণয়ীৰ প্ৰতি অনাসক্তি। ঘৰ এৰি যোৱাৰ আগতে নাড্যাৰ অন্তৰত যি হাহাকাৰ ধ্বনি বাজি উঠিছিল তাৰ উমান তাইৰ মাকেও পোৱা নাছিল। কিন্তু ছাছাৰ পৰামৰ্শই তাইৰ অন্তৰৰ অস্পষ্ট অশান্তি আঁতৰাই নিলে, লগতে তাইক নতুন পথৰ সন্ধানো দিলে।

"ভাংকা" এটা সৰু গল্প। ভাংকা ঝুকভক এক জোতা ব্যৱসায়ীৰ ওচৰলৈ কাম শিকিবলৈ পঠোৱা হৈছে। তাৰ বয়স তেতিয়া ন বছৰ।

ৰৰদিনৰ আগৰাতি। সি মনে মনে তাৰ ককাদেউতাকলৈ তাৰ দুখৰ কাহিনীৰ কেইটামান টুকুৰা লিখি এখন চিঠি দিলে। ঠিকনা লিখিলে আমাৰ গাওঁ। চিঠিখন বাকচত পেলাই দি সি নিশা সুখস্বপ্নত বিভোৰ হ'ল। সপোনতে সি দেখিলে তাৰ ককাদেউতাকে যেন চিঠিখন ৰান্ধনি ল'ৰাটোক পঢ়ি শুনাইছে আৰু ওচৰত কুকুৰটোৱে আনন্দত নেজ জোকাৰিছে।

আলোচকসকলে চেক্‌খভৰ গল্পৰ মাজত দেখিবলৈ পাইছে মনো-বৈজ্ঞানিক দৃষ্টিভঙ্গী। চেক্‌খভ [illegible] যোগেদি তেওঁৰ মনত গঢ়ি উঠে এক বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ প্ৰতি আকৰ্ষণ। যিটো বিষয় বৈজ্ঞানিক পদ্ধতিৰে বিশ্লেষণ কৰ ৰ সুবিধা নাই সেই বিষয়ৰ প্ৰতি তেওঁৰ নজৰো কম। এওঁৰ আগতে ডষ্টভ্‌-ইস্কিয়েও ৰুগ্ন মনৰ চৰিত্ৰাঙ্কনত বৈজ্ঞানিক পদ্ধতিকে অৱলম্বন কৰিছে। কিন্তু ডষ্টভ্‌ইস্কি আছিল পোনতে কলাকাৰ। প্ৰয়োজন হলে তেওঁ বিজ্ঞানৰ ক্ষেত্ৰ পাৰ হৈ যাবলৈকো দ্বিধা বোধ কৰা নাই। চেক্‌খভৰ ওপৰত হলে বৈজ্ঞানিক প্ৰভাৱ বেছি স্পষ্ট। মানুহৰ মাজত দেৱত্ব বা মহত্ত্ব বিচাৰৰ প্ৰযাস তেওঁৰ গল্পত নাই। তেওঁৰ শিল্পী মন উৰ্দ্ধগামী হব খুজিলেও বৈজ্ঞানিক প্ৰভাৱৰ অঙ্কুশৰ তাড়নাৰে তাক দমাই ৰখা হয়। গতিকে কিছুমান চৰিত্ৰৰ মাজত ফুটি উঠে সংশয় আৰু অনিশ্চয়তা। চেক্‌খভৰ ভালেমান চৰিত্ৰ হেম্‌লেটৰ দৰে, কোনো এক কম্‌প্লেক্‌ছেৰে পীড়িত। এইটো চিকিৎসা-বিজ্ঞানৰ প্ৰভাৱ যেন লাগে। ৰোগ-নিৰ্ণয়ৰ সময়ত ডাক্তৰ সকলে ৰোগৰ মূল কাৰণ এটা উলিয়াই লৈ ঔষধ প্ৰয়োগৰ ব্যৱস্থা কৰে। জীৱনতো কিছুমান ব্যক্তিগত দুৰ্বলতাই যেতিয়া মানুহৰ ওপৰত আধিপত্য বিস্তাৰ কৰে তেতিয়াই তাৰপৰা উদ্ভৱ হয় একো একোটা সমস্যা। সামাজিক পৰিবেশৰ মাজত ব্যক্তিৰ এই দুৰ্বলতা স্বাভাৱিকতে এটা শীৰ্ষ বিন্দুলৈ আগবাঢ়ে আৰু শেহত জীৱনৰ সূচীবিদ্ধ বেদনাৰে পীড়িত হৈ ই এটা নতুন বাটেৰে গতি কৰে।

দুৰ্বলতাৰ এই ৰূপান্তৰ সচৰাচৰ বিপৰীতমুখী। চেকৃখভৰ ভালেমান গল্পই হ'ল একো একোটা মানসিক অৱস্থাৰ ছবি। ৰাজনৈতিক বা অৰ্থনৈতিক চিন্তাধাৰাৰ প্ৰভাৱ তেওঁৰ ওপৰত নাই। ৰোমাণ্টিক আদৰ্শৰ প্ৰতিও তেওঁ আকৃষ্ট নহয়। তেওঁৰ ৰচনা-কৌশলত এক লিৰিক মাধুৰ্য্য আছে। ঠায়ে ঠায়ে অনাৱশ্যকীয় বাহুল্যৰ সংযোগ থাকিলেও লিৰিক মাধুৰ্য্যৰ কাৰণে গল্পবোৰ ৰমণীয় হৈ উঠিছে।

[illegible] এজন শ্ৰেষ্ঠ গল্প-লেখক। যি ক্ষেত্ৰৰপৰা বস্তু আহৰণ কৰি তেওঁ গল্প ৰচনা কৰিছে সেই ক্ষেত্ৰত তেওঁৰ দক্ষতা অসামান্য। পৰৱৰ্ত্তী লেখকসকলৰ ওপৰত তেওঁৰ প্ৰভাৱ যথেষ্ট। গৰ্কী আৰু বুনিন্ তেওঁৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত। কিন্তু গৰ্কী আছিল ৰাজনৈতিক চিন্তাধাৰাৰ লগত জড়িত আৰু বুনিন্ আছিল উন্নত ৰীতি-প্ৰয়োগৰ প্ৰতি আগ্ৰহশীল।

উনবিংশ শতিকাৰ শেষ ভাগত মোপাছাঁ আৰু চেকৃখভে নতুন দৃষ্টিভঙ্গী আৰু কলা-কৌশল প্ৰকাশেৰে আধুনিক গল্প-সাহিত্যৰ ভেটি সুদৃঢ় কৰিলে। এই দুযোজন লেখকৰ প্ৰভাৱ পৃথিবীৰ গল্প-সাহিত্যৰ ওপৰত কম-বেছি ৰকমে পৰিছে। বিংশ শতিকাত বিশিষ্ট আন কেইজনমান লেখকেও নিজ নিজ বৈশিষ্ট্যেৰে গল্প-সাহিত্য সমৃদ্ধ কৰিছে। এই সকলৰ ভিতৰত টমাছ্ মেন অন্যতম। তেওঁ জাৰ্মান লেখক। নাৎছী শাসনৰ উৎপীড়নৰ ফলত নিজৰ দেশ এৰি তেওঁ কিছুদিন আমেৰিকাত বসতি কৰিছিল। চুইট্জাৰলেণ্ডত তেওঁৰ মৃত্যু হয়। টমাছ মেনৰ প্ৰতিভা বহুমুখী। গল্পৰ উপৰিও উপন্যাস আৰু প্ৰবন্ধ ৰচক হিচাবে তেওঁ খ্যাতিমন্ত। এওঁৰ গল্পৰ মাজেদি জীৱনৰ তত্ত্ব ফুটাই তোলাৰ চেষ্টা আছে। ৰাজনৈতিক আৰু অৰ্থনৈতিক শক্তিৰ পৰোক্ষ প্ৰভাৱো এওঁৰ কিছুমান গল্পৰ মাজত ওলাই পৰিছে। অনেক সময়ত প্ৰবন্ধসমূহৰ মাজত

টমাছ্ মেন
১৮৭৫-১৯৫৫

প্ৰকাশিত দুই-চাৰি ভাবেও গল্পৰ মাজেদি ভুমুকি মাৰিছে। এওঁ ১৯২৯ চনত নবেল বঁটা লাভ কৰে।

"দিছ্ অৰ্ডাৰ এণ্ড্ আৰ্লি ছৰো" এটা দীঘল গল্প। ডাক্তৰ কৰ্ণেলিয়াছ ইতিহাসৰ অধ্যাপক, বয়স সাতচল্লিশ। ইংগ্ৰিদ্ অধ্যাপকৰ যুৱতী ছোৱালী, বয়স ওঠৰ। বাৰ্ট ল'ৰা, বয়স সোতৰ। ইংগ্ৰিদ্ আৰু বাৰ্টৰ গাত পিতাকৰ পঢ়াশুনাৰ প্ৰতি থকা সাধনাৰ অভাৱ। ইংগ্ৰিদৰ আকৰ্ষণ মঞ্চৰ প্ৰতি আৰু বাৰ্টৰ আদৰ্শ নৃত্য। প্ৰফেছাৰে ভাল দৰ্মহা পোৱা বাবে [illegible] থকাত অসুবিধা ভোগ কৰা নাই। সিহঁতৰ মাকৰ স্বাস্থ্য অপৰিমিত শ্ৰমত ভাগি পৰিছে। খোজ কাঢ়িলে তেওঁৰ ভৰিৰ তলতে পৃথিৱীখন ঘূৰে যেন তেওঁ অনুভৱ কৰে। এনে অসুবিধাৰ মাজতে ল'ৰা-ছোৱালীহঁতে পাতিছে এক উৎসৱৰ আয়োজন। পিতাকে বাধা দিব পৰা নাই। সম্মতি দিছে। মাকে কণী সংগ্ৰহ কৰিব কৈছে। কণী সংগ্ৰহ সহজ নহয়। দোকানীয়ে এটা পৰিয়ালক সপ্তাহত মাথোন পাঁচোটাকৈ কণী দিয়ে। এটা এটাকৈ দোকানলৈ গৈ ল'ৰাহঁতে বেলেগ বেলেগ নামত কণী কিনিব। এইবোৰ কামত ল'ৰাহঁত পটু। মানুহক জোকোৱা, টেলিফোনেৰে আনক আমনি দিয়া ল'ৰা-ছোৱালীহঁতৰ ধৰ্ম্ম। ডাঃ কৰ্ণেলিয়াছৰ আটাইতকৈ মুমলীয়া ছোৱালী ইলিও নোৰছেন্, চমুকৈ এলী। এই ছোৱালীজনীৰ প্ৰতি ডাক্তৰৰ অপৰিসীম স্নেহ। সময়ৰ আবৰ্ত্তনে ডাঙৰ ডাঙৰ ল'ৰা-ছোৱালীৰ ওপৰত যি প্ৰভাৱ পেলাইছে মুমলীয়া ইলিও নোৰছেনৰ ওপৰত সেইটো আজিও পৰা নাই। আজি উৎসৱৰ দিন। সেই বাবে সৰু সৰু ল'ৰা-ছোৱালীহঁতৰ সোনকালে পঢ়া শেষ হ'ল। ডাঃ কৰ্ণেলিয়াছে তেওঁৰ পঢ়া কোঠাত বহি পঢ়িব আৰম্ভ কৰিলে দেশ-বিদেশৰ নানান কথা। তলৰ তালাত বাৰে বাৰে ঘণ্টা বাজিল। গ্ৰামোফোন ৰেকৰ্ডৰ সঙ্গীতো লাহে লাহে শুনা গ'ল। নিমিষতে ডেকাদলৰ আগমনত ঘৰটো

জীয়ন্ত হৈ উঠিল। অভ্যাগতসকলক দেখা কৰিবলৈ প্ৰফেছাৰ তলৰ তালালৈ নামি আহিল। ইংগ্ৰিদে দুই-চাৰি বন্ধুক চিনাকি কৰি দিলে। অলপ পিছত প্ৰফেচাৰ তাৰপৰা আঁতৰি গ'ল। অভ্যাগত সকলে জলযোগ কৰিলে। পিছত চলিল নৃত্য। নৃত্যৰ পাছত গান আৰম্ভ হ'ল। প্ৰফেচাৰে নিজৰ কামত মন বহুৱাব নোৱাৰিলে। এখন চিঠি লিখাৰ দৰ্কাৰ আছিল। তাকে তেওঁ লিখিলে। কাম শেষ কৰি আকৌ এবাৰ উৎসব-ভূমিত তেওঁ উপস্থিত হ'ল। তেওঁৰ মনত জাগি উঠিল বিতৃষ্ণা। গ্ৰামোফোনৰ সঙ্গীতৰ ধ্বনিৰ তালে তালে কেইজনমান হৈছে নৃত্যৰত। সেই নৃত্যত তেওঁ নাপালে লয়, নাপালে অঙ্গভঙ্গীৰ মাধুৰ্য্য। কিন্তু এটা কথা দেখি তেওঁ আচৰিত হ'ল। তেওঁৰ মুমলীয়া ছোৱালী এলীয়ে এজন নৰ্ত্তকৰ চোলাত ধৰিবলৈ চেষ্টা কৰি পিছে পিছে দৌৰি ফুৰিছে। প্ৰফেছাৰৰ মন ভাঙি গ'ল। যিজনী ছোৱালীৰ প্ৰতি আছে তেওঁৰ বুকুভৰা মৰম, সময়ৰ চকৰিয়ে তাইকো তেওঁৰপৰা আঁতৰাই নিব নেকি? ঘৈণীয়েকৰ কাষলৈ গৈ তেওঁ ক'লে, "ল'ৰা-ছোৱালীহঁতক শুৱাই থোৱা।" এনেতে নৰ্ত্তক মেক্‌ছ্ হাৰগিছেল আগবাঢ়ি আহিল। "মই এলীৰ লগত নাচিম। ডাঙৰ হলে তাই সুন্দৰী নৰ্ত্তকী হব।" অলপ পিছত। শুৱোৱাৰ কাৰণে এলীহঁতক ওপৰৰ তালালৈ নিয়া হ'ল। কিন্তু এলীয়ে কেৱল কান্দেহে কান্দে। কেৱে তাইক সান্ত্বনা দিব নোৱাৰে। ডাঃ কৰ্ণেলিয়াছ ওচৰলৈ আহিল। গা-মূৰ পিহি তেওঁ সুধিলে, "কি হৈছে মা? কান্দিছা কেলেই?" উচুপি উচুপি এলীয়ে উত্তৰ দিলে, "মেক্‌ছ্ মোৰ ভাই নহল কিয়?" মেকছ নৃত্যপটু ডেকা। উৎসবৰ প্ৰভাৱ এলীৰ মনৰ ওপৰত এনেকৈ পৰা দেখি চিন্তাশীল প্ৰফেছাৰৰ মন ভাগি গ'ল। এলীক তেওঁ নানান প্ৰতিশ্ৰুতি দিলে কিন্তু তাই শান্ত নহ'ল। অৱশেষত মেক্‌ছ্ এলীৰ কাষলৈ আহিল। তেওঁ এলীক সান্ত্বনা দিলে। উচুপনিৰ মাজতো এলীৰ মুখ উজ্জলি উঠিল।

এলী আশ্বস্ত হ'ল। মেক্‌ছে বিদায় ললে। এলীৰ বিচনাৰ কাষত প্ৰফেছাৰ কিছু সময় বহি থাকিল। শেহত এলীৰ টোপনি আহিল।

প্ৰথম মহাযুদ্ধৰ পাছত যেতিয়া মুদ্ৰাস্ফীতিৰ তাডনাত সমাজৰ গুৰি বঠা স্থলকি পৰে তেতিয়া সমাজৰ মাজত দেখা দিয়া বিশৃঙ্খলতাৰ এক বাস্তব ছবি এই গল্পত ফুটাই তোলা হৈছে। মুদ্ৰাস্ফীতিৰ প্ৰভাৱে সমাজৰ অকল অৰ্থনৈতিক ফালৰ ওপৰতে নিষ্ঠুৰভাৱে আঘাত কৰা নাই কিন্তু সেই আঘাত সামাজিক আৰু নৈতিক জীৱনৰ ওপৰতো পৰিছে। সমাজৰ মাজত সাধনাৰ মহত্বৰ আদৰৰ পৰিবৰ্ত্তে আহি পৰিছে সহজলভ্য সুখানুসৰণৰ প্ৰতি আকুলতা আৰু নৈতিক মানৰ ক্ষেত্ৰত সংশয়ৰ অনিশ্চয়তা। যি শান্তিৰ ৰাজ্যত এদিন প্ৰফেছাৰ কৰ্ণেলিয়াছে খোলাভাৱে বিচৰণ কৰি ফুৰিছিল সেই শান্তি আৰু আদৰ্শৰ ৰাজ্যত প্ৰৱেশৰ সুবিধা যেন যুদ্ধোত্তৰ যুগত নোহোৱা হৈছে। সমাজৰ বুকুলৈ যি পৰিবৰ্ত্তনৰ ঢল সাগৰৰ ঢৌৰ দৰে বাগৰি আহিছে তাৰপৰা আঁতৰত থকা আদৰ্শবাদী প্ৰফেছাৰৰ পক্ষে অসম্ভৱ হৈ পৰিছে। এই বাবে মেক্‌ছে তেওঁৰ মৰমলীয়া ছোৱালী এলীক সান্ত্বনা দিওঁতে মেক্‌ছৰ প্ৰতি কৃতজ্ঞতা জনোৱাৰ সময়ত এটা অস্বস্তি আৰু ঘৃণাৰ ভাবো তাৰ লগত মিহলি হৈ পৰিছে। সময়ৰ প্ৰবল ভূমিকম্পৰ জোকাৰণিৰ মাজত অকল প্ৰফেছাৰ জানো স্থিৰ হৈ থাকিব পাৰিব ?

"মেৰিও এণ্ড্ দি মেজিছিয়ান্" আন এটা দীঘলীয়া গল্প। ইটালীৰ সমুদ্ৰৰ উপকূলবৰ্ত্তী ভেনেৰীত আমি উপস্থিত হৈছোঁ। ল'ৰা-তিৰোতা লগত আছে। কিন্তু এই ঠাইত ভৰি দিয়াৰেপৰা এটা নহয় এটা অসুবিধাত পৰি আমি ভ্ৰমণ সুখৰপৰা সম্পূৰ্ণৰূপে বঞ্চিত হৈছোঁ। গ্ৰেণ্ড্ হোটেলত আহি উঠাৰপৰা আৰম্ভ কৰি বাজীকৰ কিপোলাৰ ভোজবাজী দৰ্শনলৈকে আমাৰ মনৰ ওপৰত আছে কেইবাটাও অভিজ্ঞতাৰ তিক্ত আস্বাদ। ল'ৰা-ছোৱালীহঁতে

হয়তো এই আস্বাদ পোৱা নাই। এই ঠাইত কেইদিনমান থকাৰ পিছতে নগৰত তোলপাৰ লাগিল। বাজীকৰ কিপোলাই ভোজবাজী দেখুৱাব। কিপোলা অসাধাৰণ। কিপোলা দৈবিক শক্তি-সম্পন্ন। ভোজবাজী দেখাৰ আগতে এই ঠাইত আমি যি অভিজ্ঞতা লাভ কৰিছোঁ তালৈ লক্ষ্য কৰি ভোজবাজীৰ প্ৰতি আমাৰ আকৰ্ষণ নাছিল। কিন্তু ল'ৰাহঁতৰ কাকুতি উপেক্ষা কৰিব নোৱাৰিলোঁ। আমি টিকট লৈ হলৰ ভিতৰ সোমালোঁ। হলত উপস্থিতিৰ সংখ্যা তেতিয়া কম। কিন্তু লাহে লাহে দৰ্শকৰ ভিৰ হ'ল। কিপোলা তেতিয়াও দৰ্শকৰ আগত ওলোৱা নাই। বাজীকৰে এইদৰে দৰ্শকৰ মনৰ উৎকণ্ঠা বঢ়াই তোলে। শেষত জানিবা বাজীকৰৰ আবিৰ্ভাৱ হ'ল। বাজীকৰ বয়সীয়া লোক। তেওঁৰ চকুযুৰি উজ্জ্বল। তেওঁৰ ওঁঠৰ ওপৰত গোফ আৰু ডিঙিত ওলমি থকা এখন বগা কাপোৰ। মঞ্চৰ ওপৰত থিয় দি তেওঁ হাতৰ গ্লোভ সোলোকালে আৰু চাৰিওপিনে চকু ঘূৰাই চালে। দৰ্শকৰ মাজৰপৰা এজনে চিঞঁৰি উঠিল। খঙেৰে চকু পকাই কিপোলাই সুধিলে, "কোন সেই জন?" সগৰ্বে থিয় হৈ এজন ডেকাই উত্তৰ দিলে, "মই"। "তুমি! বাৰু তুমিয়েই উপযুক্ত পাত্ৰ হবা। তুমি এতিয়াই তোমাৰ জিভাখন মেলি বাইজক দেখুৱা।" "নেদেখুৱাওঁ", দৃঢ় উত্তৰ শুনা গ'ল। "তুমি দেখুৱাবা। দেখুৱাবলৈ তুমি বাধ্য।" স্থিৰ চকুৰে তেওঁ ডেকাজনৰ পিনে চাই ৰ'ল। তেওঁৰ হাতৰ লাঠীডাল তললৈ নমাই আনি এবাৰ ঘূৰাই দিলে। তৎক্ষণাত ডেকাজনে দৰ্শকৰ পিনে ঘূৰি জিভা উলিয়াই দিলে। ল'ৰা-ছোৱালীবোৰে গিৰ্জনি মাৰি হাঁহি উঠিল। ইয়াৰ পিছত কিপোলাই দিলে এটা বক্তৃতা। বক্তৃতাৰ পাছত দেখুৱা হ'ল অঙ্কৰ কৌশল। অঙ্কৰ কৌশলৰ অন্তত তাছৰ খেল আৰু নানা তৰহৰ কৌতুক। শেষত কিপোলাই মাতিলে আঁতৰত থিয় হৈ থকা এজন ডেকা দৰ্শকক। তাৰ নাম মেৰিও। মেৰিও মঞ্চৰ ওপৰলৈ উঠি গ'ল। কিপোলাই

দীঘল বক্তৃতা আৰম্ভ কৰিলে। শেহত সুধিলে, "তোমাৰ নাম কি ?" "মেৰিও তোমাৰ নাম। ভাল কথা। কিন্তু তোমাৰ দুৰ্বলতা আছে—ছোৱালীৰ প্ৰতি দুৰ্বলতা", কিপোলাই হাতৰ লাঠী ঘূৰাব ধৰিলে। মেৰিওই কিপোলাৰ পিনেৰ লাগি চাই থাকিল আৰু অৱশেষত দৰ্শকৰ উপস্থিতি পাহৰি গ'ল। কিপোলাৰ বক্তৃতা-বৰ্ষণ অবিৰাম চলি থাকিল। কিপোলাই মেৰিওৰ মনত সুমাই দিলে যে, তেওঁ বাজীকৰ নহয়—মেৰিওৰ প্ৰেয়সী। মেৰিওই তেওঁক চুমা খাব লাগে। মন্ত্ৰমুগ্ধৰ দৰে মেৰিওই কিপোলাৰ শুকান গালত চুমা খালে। বাজীকৰে তেওঁৰ লাঠী আকৌ ঘূৰালে। মেৰিওৰ ভ্ৰম ভাঙিল, সংজ্ঞা ফিৰিল। অৱসন্ন কিপোলা এতিয়া চকীত বহি পৰিছে। এনেতে মেৰিওৰ পিস্তলৰপৰা দুই জাঁই গুলীৰ শব্দ শুনা গ'ল। কিপোলাৰ ডিঙি বেঁকা হৈ পৰিল। দৰ্শকৰ মাজত হাহাকাৰ লাগিল।

গল্পটোৰ মাজেদি টমাছ মেনে মানব-স্বাধীনতাৰ আদৰ্শ দাঙি ধৰিছে। বাজী দেখুৱা সময়ত কিপোলাই গৰ্ব কৰি কৈছিল যে, মানুহৰ স্বাধীনতাও আছে আৰু ইচ্ছা-শক্তিও আছে, কিন্তু স্বাধীন ইচ্ছা-শক্তি নাই। কিপোলাই ভৌতিক শক্তিৰে দৰ্শকৰ কেইবা-জনৰো ইচ্ছা-শক্তিও অপহৰণ কৰিছিল। মেৰিওৰ ইচ্ছা-শক্তিও অপহৃত হৈছিল। কিন্তু এই অপহৰণ আছিল খন্তেকৰ বাবে। খন্তেক পিছত মেৰিওৰ যেতিয়া স্বাভাৱিক অৱস্থা ঘূৰি আহিল তেতিয়া সমাজৰ আগত পোৱা লাঞ্ছনাৰ প্ৰতিশোধ সি ললে অতি নিৰ্মমভাৱে। বাজীকৰে দেখুৱা বাজীৰ প্ৰতি বিতৃষ্ণা প্ৰকাশ কৰাৰ অৰ্থে লেখকে আগৰ তিনিটা অভিজ্ঞতাৰ মাজেৰে পাঠকৰ মন চৰম বিন্দুলৈ নিবলৈ চেষ্টা কৰিছে। গল্পটো টমাছ মেনে ৰচনা কৰা শ্ৰেষ্ঠ গল্পসমূহৰ ভিতৰত এটা।

টমাছ মেনৰ গল্পৰ মাজত কেইটামান বিশেষত্ব চকুত পৰে। জীৱনৰ যিটো স্তৰৰপৰা তেওঁ চৰিত্ৰ সংগ্ৰহ কৰিছে সেই স্তৰৰ লোকৰ

সামাজিক আৰু আৰ্থিক পৰিস্থিতিৰ লগত তেওঁৰ ঘনিষ্ঠ পৰিচয় আছে। বৰ্ণনা আৰু চৰিত্ৰৰ বৈশিষ্ট্য চিত্ৰণৰ ক্ষেত্ৰত তেওঁৰ সূক্ষ্ম অৱলোকন ক্ষমতা চকুত পৰে। কোনো কোনো গল্পত পাৰি-পাৰ্শ্বিকতাৰ প্ৰভাৱ স্পষ্ট। কিন্তু তেওঁৰ চৰিত্ৰবোৰ সদায় অৱস্থাৰ দাস হৈ থকা নাই। টমাছ মেন ব্যক্তি-স্বাধীনতাৰ বাবে যুঁজ কৰা ব্যক্তি। কিছুমান গল্প-চৰিত্ৰৰ গাত এই শক্তি পূৰ্ণমাত্ৰায় আছে। টমাছ মেনৰ ৰচনাৰ মাজত বাহুল্য নোহোৱা নহয়। সূক্ষ্ম কথা বা সূক্ষ্ম বিশেষত্ব পৰিস্ফুট কৰাৰ কাৰণে তেওঁ মাজে মাজে বহলাই লিখিবলৈ বাধ্য হয়। এই বাহুল্য অনাৱশ্যকীয় যেন নালাগে। কোনো এটা পৰিস্থিতিৰ বিশেষত্ব দেখুৱাব খুজিলে তেওঁ সেই বিশেষত্বৰ প্ৰতি চকু ৰাখিহে সকলো বৰ্ণনাৰ সংযোগ কৰে। তেওঁৰ আৰু তেওঁৰ পিছৰ ভালেমান গল্প-লেখকৰে গল্পত জীৱনৰ তত্ত্ব বিচাৰি উলিয়াব পৰা যায়।

কাফ্‌কা আন এজন জাৰ্মান লেখক। কাফ্‌কাৰ কিছুমান উপন্যাস আৰু গল্পৰ মাজত সৃষ্টিৰ ৰহস্য অৱগতিৰ অসমৰ্থতা প্ৰকাশিত হৈছে। তেওঁৰ আন কেইটামান গল্প বাস্তৱতাৰ ভেটিত প্ৰতিষ্ঠিত কৰিব নোখোজা সম্পূৰ্ণ কাল্পনিক গল্প, ফেণ্টাছি। কিন্তু এই কাল্পনিক গল্পবোৰ সুন্দৰ আৰু ৰমণীয় ৰূপত প্ৰকাশ কৰা হৈছে। এনে কিছুমান গল্পৰ মাজত প্ৰতীকৰ ব্যৱহাৰো চকুত পৰে।

ফ্ৰাঞ্জ কাফ্‌কা
১৮৮৩-১৯২৪

"দি গ্ৰেট্ ওৱাল্ অব্ চাইনা" এটা দীঘল গল্প। গল্পৰ ভিতৰৰ আখ্যানভাগ দুৰ্বল। উৎকণ্ঠা জগোৱাৰ অৰ্থে গল্পটোৰ মাজত বিচিত্ৰ ঘটনা-সন্নিৱেশৰ চেষ্টাও দেখা নাযায়। চীনৰ বিৰাট প্ৰাচীৰ কি উপায়েৰে তৈয়াৰ কৰা হব পাৰে, একে ধৰণৰ কামৰ বিৰক্তিৰ-পৰা কৰ্মীসকলক কি উপায়েৰে আঁতৰত ৰাখিব পৰা যায় আৰু কিহৰ আশাত মানুহে বছৰৰ পিছত বছৰ অতিবাহিত হোৱাতো একে কামকে কৰি আছিল এই আটাইবোৰ কথাৰ বৰ্ণনা অতি

প্ৰাঞ্জল ভাষাৰে গল্প'টোত দিয়া হৈছে। লেখকৰ কল্পনাত এই প্ৰাচীৰৰ কাম খণ্ড-খণ্ডকৈ আৰম্ভ কৰা হৈছিল। এটা খণ্ডৰ কাম শেষ হলে আন খণ্ডলৈ কৰ্মীসকলক স্থানান্তৰিত কৰা হৈছিল। কৰ্মীসকলৰ মনত জাগি উঠিছিল প্ৰতিযোগিতাৰ মনোবল আৰু জাতীয় ঐক্যৰ মহৎ আদৰ্শ। বিৰাট দেশখনৰ এটা অঞ্চলৰ মানুহৰ আন এক ভিন অঞ্চলৰ মানুহৰ লগত পৰিচয় হোৱাৰ আৰু কথা-বতৰা হোৱাৰ মহৎ সুযোগ উপস্থিত হৈছিল। বন্দুৱাসকলে নিজৰ দেশৰ বিস্তীৰ্ণ অঞ্চলৰ জ্ঞান লাভ কৰাৰ উপৰিও মহৎ কামত ব্ৰতী হোৱাৰ বাবে নিজে নিজে গৌৰব অনুভৱ কৰিছিল। প্ৰাচীৰৰ মাজে মাজে হয়তো কিছু কিছু ফাক ৰৈয়েই গ'ল। তথাপি এই প্ৰাচীৰ নিৰ্মাণ-কাৰ্য্যই দেশবাসীৰ মনলৈ আনিলে এক জাতীয় ঐক্যৰ চেতনা।

"ইন্ দি পেনাল্ কলনি" আন এটা বাস্তৱতাৰ স্পৰ্শ নথকা মনেগঢ়া গল্প, ফেণ্টাছি। আবিষ্কাৰক এজনৰ আগত এজন কৰ্মচাৰীয়ে এটা যন্ত্ৰৰ বিশদ বিৱৰণ দাঙি ধৰিছে। পৰলোকগত প্ৰভুৱে যন্ত্ৰটো আবিষ্কাৰ কৰিছিল দোষীক শাস্তি দিয়াৰ অৰ্থে। সংসাৰত অন্যায় অধৰ্ম বাঢ়ি গৈছে। তাৰ প্ৰতিকাৰৰ উত্তম ব্যৱস্থা হৈছে শাস্তিৰ দীৰ্ঘম্যাদী কঠোৰতা। দোষৰ কাৰণে এজন মানুহক ফাঁচি দি নিমিষতে মৃত্যুৰ মুখত পেলাই দিলে আনে উপলব্ধি কৰিব নোৱাৰে মৃত্যুৰ নিষ্ঠুৰতা কেনে। তেতিয়া শাস্তিৰ অভীপ্সিত ফল-লাভ নহয়। সেইবাবে প্ৰভুৱে দেশৰ শান্তি, শৃঙ্খলা ৰক্ষাৰ কাৰণে আবিষ্কাৰ কৰিছিল এক অভিনৱ যন্ত্ৰ। নানান সৰু-বৰ চকৰি, দীঘল-চুটি ফিটা আৰু সৰু সৰু শিকলিৰ সহায়ত এই যন্ত্ৰ চলোৱা হয়। খৰচ সাধাৰণ, কিন্তু কাম অপূৰ্ব। কৰ্মচাৰীৰ প্ৰভু জীয়াই থকা কালত যন্ত্ৰ চলিছিল সুন্দৰভাৱে। নতুন প্ৰভুৰ দিনত হলে সৰু সৰু অংশবোৰ কিনিবলৈ টকা পোৱা নাযায়। আজি সেই-বাবে যন্ত্ৰৰ চকাবোৰে কেৰকেৰায়। কৰ্মচাৰীৰ সকলো কথা

আবিষ্কাৰকে মনযোগেৰে শুনি আছে। ওচৰতে আছে এজন কনিষ্টবল আৰু শাস্তি গ্ৰহণৰ বাবে সাজু হৈ থকা হাত-কেৰেয়া লগোৱা দোষী। কনিষ্টবল আৰু দোষীয়ে কৰ্মচাৰীৰ ব্যাখ্যা বুজা নাছিল। দুয়োৱেই সেইবাবে যন্ত্ৰটোৰ ইফালে সিফালে চাইছিল। মৃত্যুদণ্ডত দণ্ডিত দোষীয়ে তেতিয়াও বুজা নাছিল এক মুহূৰ্ত্তৰ পিছতেই তাৰ কি দশা হব। অলপ পিছতে দোষীৰ গাত থকা সকলো কাপোৰ কানি খুলি পেলোৱা হ'ল। হাত-কেৰেযা খুলি তাক যন্ত্ৰৰ তলভাগত উবুৰি কৰি পেলাই দিয়া হ'ল। এক নিৰ্মম শব্দেৰে যন্ত্ৰৰ উপৰিভাগ নামি আহি দোষীক হেচা মাৰি ধৰিলে। মৃত্যুৰ আগমনৰ আশঙ্কাত সি চিঞৰি উঠিব পৰা নাই। মুখত সোপা দিয়া হৈছে। হাত লৰাব পৰা নাই। ফিটাৰে হাত বন্ধা হৈছে। বলিশালত পৰি থকা এজন মানুহৰ ওপৰত কৰা অমানুষিক অত্যাচাৰৰ দৃশ্য চোৱাৰ ইচ্ছা আবিষ্কাৰকৰ নাছিল। কিন্তু কৰ্মচাৰীয়ে যি আগ্ৰহেৰে তেওঁৰ আগত সকলো ব্যাখ্যা কৰি আছিল সেই আগ্ৰহ তেওঁ উপেক্ষা কৰিব নোৱাৰিলে। কৰ্মচাৰীয়ে কৈ গ'ল। মানুহ-জনে লাহে লাহে দুখ অনুভব কৰা ক্ষমতা হেৰুৱাব। এতিয়া সি দুখ পোৱা নাই। যন্ত্ৰই বাৰ ঘণ্টা কাম কৰাৰ পিছতহে সি মৃত্যুৰ মুখত পৰিব। দোষীৰ পিঠিৰ ওপৰত থকা লো ছটাত কিছুমান পিন কৌশলেৰে সংযোগ কৰা হৈছে।' এই পিনবোৰে বাৰে বাৰে উঠানমা কৰি দোষীৰ দোষ তাৰ পিঠিৰ ওপৰত কাটি কাটি লিখি দিব। কৰ্মচাৰীৰ প্ৰভুৰ আবিষ্কাৰ দেশত নোহোৱা নোপজা আবিষ্কাৰ। ইয়াৰ কাৰণে দেশত শাস্তি আৰু শৃঙ্খলা আছিল। আজি কমিছে। এই যন্ত্ৰৰ ওপৰত নতুন প্ৰভুৰ আস্থা কম। তেওঁ আবিষ্কাৰকৰ মতামত নিশ্চয় সুধিব। তেতিযা তেওঁ ইয়াৰ আৱশ্যকতাৰ বিষয় কব নুখুজিলেও অন্ততঃ ইয়াৰ বিপক্ষে কোৱা উচিত নহব—কিয়নো এই যন্ত্ৰৰ লগত তেওঁৰ জীৱন-মৰণৰ সম্বন্ধ। কথা শেষ কৰি কৰ্মচাৰীয়ে আবিষ্কাৰকৰ মুখলৈ

চালে। আবিষ্কাৰকে কলে যে, যন্ত্ৰৰ কৌশল দেখি তেওঁ মুগ্ধ হৈছে। কৰ্ম্মচাৰীৰ বিশ্বাসৰ গভীৰতা দেখিও তেওঁ আচৰিত নোহোৱাকৈ থকা নাই। কিন্তু আজিৰ যুগত যন্ত্ৰটোৰ উপযোগিতা তেওঁ বিচাৰি পোৱা নাই। কথা শুনি কৰ্মচাৰীজন তললৈ লৰি গ'ল। এঠাইত বুটাম টিপি তেওঁ লোৰ পাটছটা ওপৰলৈ তুলি দিলে আৰু মৰণৰ বলিশালৰপৰা দোষীক মুক্ত কৰি দিলে। কৰ্মচাৰীয়ে বুজিলে তেওঁৰ দিন উকলি গ'ল। আনে এই যন্ত্ৰৰ মহিমা উপলব্ধি কৰিব নোৱাৰে। গতিকে তেওঁৰো জীৱনৰ সাৰ্থকতা নাই। নিমিষতে তেওঁ গাৰ কাপোৰ-কানি দলিয়াই যন্ত্ৰৰ তলত উবুৰি খাই পৰিল। ভীষণ শব্দ তুলি যন্ত্ৰটোৱে তেওঁক হেচা মাৰি ধৰিলে।

গল্পটোত কিছুমান প্ৰতীক ব্যৱহাৰ কৰা হৈছে যিবোৰৰ সহাযত এক ধৰ্মমূলক ব্যাখ্যা তুলি ধৰিব পৰা যায়। কিন্তু এনে ব্যাখ্যা তুলি নধৰিলেও সম্পূৰ্ণ কাল্পনিক গল্প হিচাবেও লেখকৰ কথনভঙ্গী মনোগ্ৰাহী। বাস্তব আদৰ্শ এৰি সম্পূৰ্ণ কল্পনাৰ ওপৰত ভিত্তি কৰি লিখা গল্প দুই শ্ৰেণীৰ। এক শ্ৰেণী বৈজ্ঞানিক ৰোমান্স। এই শ্ৰেণীৰ গল্প-উপন্যাসত যি অভিজ্ঞতা প্ৰকাশ কৰা হয় তাৰ সম্বন্ধ বাস্তব জগতত নাই। দ্বিতীয় শ্ৰেণীৰ গল্প-উপন্যাসতো বাস্তব জীৱনত লাভ কৰা অভিজ্ঞতা চিত্ৰিত কৰা নহয়। কিন্তু এই অভিজ্ঞতা লেখকৰ আধ্যাত্মিক জীৱনত লাভ কৰা এক পৰমাৰ্থিক বস্তুৰ অভিজ্ঞতা। আধ্যাত্মিক জীৱনৰ এনে অভিজ্ঞতা পৰিদৃশ্যমান আৰু পৰিবৰ্ত্তনশীল জগতৰ অভিজ্ঞতা নহয়। পাৰমাৰ্থিক জগতৰ পিনে লক্ষ্য ৰাখি যি অভিজ্ঞতাৰ বৰ্ণনা তুলি ধৰা হয় সেই অভিজ্ঞতা আমাৰ মনত সম্পূৰ্ণ আচহুৱা যেন নালাগে। সেইবাবে অস্পষ্টভাৱে হলেও ইয়াৰ যোগেদি লেখকে যি বুজাব খোজে আমি তাৰ আভাস পাব পাৰোঁ। "পেনাল কলনি" গল্পটোৰ মাজেদিও এনে এটি আধ্যাত্মিক জীৱন-আদৰ্শ

তুলি ধৰাৰ চেষ্টা আছে। গল্পটোৰ দ্বাৰা যান্ত্ৰিক সভ্যতাৰ কুফলৰ ওপৰত বক্ৰাঘাত কৰাৰ উদ্দেশ্যও সাধিত হয়। কাৰো কাৰো মতে কৰ্মচাৰীৰ প্ৰভুক ওল্ড্ টেষ্টামেণ্টৰ সলনি বছুৱা হৈছে।

আধ্যাত্মিক আৰু নৈতিক তত্ত্বৰ ওপৰত ভিত্তি কৰি ইংৰাজ লেখক গ্ৰাহাম গ্ৰীণে ভালেমান গল্প লিখিছে। তেওঁৰ সকলো গল্পৰে মূল বস্তু আধ্যাত্মিক আৰু নৈতিক আদৰ্শ অৱশ্যে নহয়। কিছুমান গল্পৰ মাজেদি তেওঁ সৰু সৰু ল'ৰা-ছোৱালীৰ চিত্ৰও তুলি ধৰিছে আৰু শিশুৰ দৃষ্টিকোণৰপৰা জীৱনৰ আলোচনা কৰিছে। তেওঁৰ কিছুমান গল্পত আকৌ লোমহৰ্ষক ঘটনায়ো স্থান পাইছে। যিবোৰ গল্পত আধ্যাত্মিক ভাবধাৰাই স্থান পাইছে সেইবোৰৰ ভিতৰতো প্ৰচাৰগন্ধী মনোভাব নাই। তেওঁ মাথোন জীৱনৰ তত্ত্ব আগত ৰাখি এইবোৰ গল্প ৰচনা কৰিছে আৰু গল্পৰ ভাবময় ফালটো ৰক্ষা কৰিবলৈ যত্ন কৰিছে।

গ্ৰাহাম গ্ৰীণ
১৯০৪-

"দি হিণ্ট্ অব্ এন্ একৃছ্প্লানেচন্" আধ্যাত্মিক তত্ত্বৰ ওপৰত বিশ্বাস ৰাখি সৃষ্টি কৰা এটা গল্প। দুজন ৰেলগাড়ীৰ যাত্ৰী, এজন সংশয়বাদী, আনজন ৰোমান্ কেথলিক্ পুৰোহিত। দুয়োৰো মাজত নানান আলোচনা চলিছে। আলোচনাৰ শেষ পৰ্য্যায়ত ঈশ্বৰ-তত্ত্বৰ কথা ওলাল। সংশয়বাদীৰ প্ৰতিটো কথাতেই সন্দেহ কিন্তু পুৰোহিতৰ বিশ্বাস অবিচলিত। পুৰোহিতে তেওঁৰ জীৱনৰ এটি ঘটনাৰ বিৱৰণ দিলে। তেওঁ তেতিয়া সৰু ল'ৰা। তেওঁৰ ঘৰৰ ওচৰতে আছে এজন কটীৱালাৰ দোকান। এই কটীৱালা কেথলিক-বিৰোধী। তেওঁৱেই দেভিদক ফুচুলাই মাতি নি ইটো সিটো খাবলৈ দিয়ে। দেভিদৰো এই কটীৱালাৰ প্ৰতি দিনে দিনে আকৰ্ষণ বাঢ়ি আহিব ধৰে। এদিনাখন কটীৱালাই দেভিদক এখন ধুনীয়া ৰেলগাড়ীৰ লগত খেলিব দিলে আৰু কলে যে মাছ উপাসনাৰপৰা এডোখৰ পিঠা দেভিদে আনি দিলে তেওঁ তাক

বেলগাড়ীখন দিব। দেভিদে গীৰ্জাৰপৰা এডোখৰ পিঠা মনে মনে লৈ আহি মূৰ শিতানত থৈ শুলে। কিন্তু কি আচৰিত কথা যে ৰাতি তেওঁৰ টোপনি নাহিল। তেওঁৰ কোঠালীৰ ভিতৰত যেন কিহৰ শব্দ। বিচনাৰপৰা উঠি খিৰিকীখন মেলিলে তেওঁ। বাহিৰত জোনাক। খিৰিকীৰ মুখতে তেওঁ দেখিবলৈ পালে সেই কটীৱালা ব্লেকাৰক। বাহিৰৰপৰা দেভিদক সি মাতিলে আৰু পিঠা খুজিলে। হঠাতে দেভিদে পিঠাডোখৰ ব্লেকাৰক নিদি কাগজেৰে সৈতে মুখত সুমাই গিলি পেলালে। ব্লেকাৰৰ প্ৰতি তেওঁৰ ভয় নোহোৱা হ'ল। ব্লেকাৰৰো ভীতি-প্ৰদৰ্শন ক্ষমতা লোপ পালে। চকুপানী মচি মচি ব্লেকাৰ আঁতৰি গ'ল।

গল্পটোত প্ৰতীকৰ ব্যৱহাৰ আছে। খেলাৰ সক বেলগাড়ীখন পাৰ্থিব জগতৰ প্ৰতীক। ইয়াৰ সহায়েৰে ব্লেকাৰে দেভিদক আদৰ্শ-ভ্ৰষ্ট কৰিব বিচাৰিছিল। মাছৰপৰা আনিব দিয়া পিঠাখন হ'ল ঈশ্বৰ-বিশ্বাস। দেভিদৰ অন্তৰত এই বিশ্বাস স্থায়ী হোৱাৰ পিছত, ছয়তানৰ প্ৰতিনিধি ব্লেকাৰ সম্পূৰ্ণৰূপে পৰাভূত হ'ল।

"প্ৰুফ্ পজিটিভ্" আন এটি আধ্যাত্মিক ভাৱৰ বাহক একৰকম অবিশ্বাস্য গল্প। মেজৰ উইভাৰে এটা হলত বক্তৃতা দিছে। তেওঁৰ বক্তৃতা অসংলগ্ন। কওঁ কওঁ বুলি চেষ্টা কৰিও তেওঁ তত্ত্বকথা ভাষাৰ মাধ্যমেৰে প্ৰকাশ কৰিব পৰা নাই। ডাঃ ব্ৰাউনো এজন শ্ৰোতা। তেওঁ সংশয়বাদী। তেওঁ মত প্ৰকাশ কৰিলে যে বক্তাই সোনকালে বক্তৃতা শেষ কৰিব লাগে, কিয়নো তেওঁ ভয়ানক অসুস্থ। মেজৰ উইভাৰে চিঞৰি উঠিল, "প্ৰুফ্ পজিটিভ্" কিন্তু প্ৰমাণ একো পোৱা নগ'ল। তেওঁ মুখেৰে কিৰাকিৰি বিৰ্‌বিৰাই গ'ল আৰু আঙুলিৰে মেজত টুকুৰিয়ালে। উইভাৰ চকীত বহি পৰিল। তেওঁৰ মূৰটো পিছলৈ ভাজ লাগি গ'ল। উঠি আহি ডাক্তৰ ব্ৰাউনে পৰীক্ষা কৰিলে। মানুহজনৰ গাৰ মঙহবোৰ যেন সুলকি পৰে। এই মানুহজন অন্ততঃ সাতদিনমান আগতে মৰিব লাগিব।

উইভাৰৰ বাক্য-প্ৰয়োগৰ অসামৰ্থ্যতাৰে আধ্যাত্মিক ভাবৰ ব্যাখ্যা শব্দৰ সহায়েৰে সম্ভৱ নহয় বুলি ব্যঞ্জিত কৰা হৈছে। অতি-প্ৰাকৃত ঘটনাৰ অস্পষ্টতা দেখুৱাৰ অৰ্থে সমগ্ৰ গল্পটোকে এক নিৰৰ্থক ৰূপত তুলি ধৰা হৈছে।

উইলিয়াম ফক্‌নাৰ এজন আমেৰিকান ঔপন্যাসিক আৰু গল্প-লেখক। গ্ৰীণৰ গল্পৰ দৰে এওঁৰ গল্পত আধ্যাত্মিক ধাৰণাৰ প্ৰভাৱ নাই। কিন্তু টমাছ মেনৰ গল্পৰ দৰে এওঁৰ গল্পতো জীৱনৰ অভিজ্ঞতাৰ সূক্ষ্ম বৰ্ণনাৰ পৰিচয় আছে। ফক্‌নাৰৰ ৰচনা ৰীতি জটিল, বাক্য-বোৰৰ মাজত মেৰপাক লাগি থাকে। কিন্তু এনে জটিল বাক্য-বিন্যাসৰ মাজেদিয়ে তেওঁৰ ৰচনা-শৈলীৰ মাধুৰ্য্যও ফুটি উঠিছে। তেওঁৰ ভালেমান গল্পত নিগ্ৰো-জীৱনৰ চিত্ৰ পোৱা যায়। কোনো কোনো গল্পত আকৌ তেওঁ প্ৰতীকৰ ব্যৱহাৰো কৰিছে। এই প্ৰতীকৰ সহায়ত তেওঁ নৈতিক তত্ত্বৰ আভাস দিছে। "দি বিয়াৰ" ফক্‌নাৰৰ এটা উৎকৃষ্ট গল্প। এখন জঙ্ঘলৰ মাজত সম্ৰাটৰ দৰে মুকলিমূৰীয়া জীৱন যাপন কৰা এটা ভালুকৰ অনুসন্ধানত কেনেকৈ চিকাৰীসকলে সকলো শক্তি নিয়োগ কৰিও শেহত অকৃতকাৰ্য্য হ'ল তাৰ বহল বৰ্ণনা এই গল্পত আছে। তাৰ বয়স তেতিয়া দহ বছৰ। তাৰ পিতাক আৰু আন আন চিকাৰীসকল বছৰি চিকাৰলৈ যায়। তেওঁলোকৰ মুখত সি শুনে এটা ভালুকৰ কথা, আচৰিত ৰকমৰ ভালুক, যাক চিকাৰীসকলে দেখে কিন্তু মাৰিব নোৱাৰে। সি ভাবে চিকাৰৰপৰা উভতি অহাৰ সময়ত হয়তো পিতাকহঁতে এইবাৰ ভালুকৰ শটো লৈ আহিব। কিন্তু ভালুকটো মৰা নহয়। কেৱে তাক মাৰিব নোৱাৰে। এই ভালুকটোৰ কথাই তাৰ মনত দকৈ সাঁচ বহুৱালে। সি ভালুকটো বিচাৰিব আৰু মাৰিব। ইতিমধ্যে ছেমছ্ ফাদাৰ্ছে তাক বন্দুক ধৰিবলৈ শিকাইছে। এঘাৰ বছৰ বয়সত সিয়ো কেম্পলৈ গ'ল। তাৰ এটা নিজা বন্দুক আছে। ৰাতিপুৱাতেই সি জঙ্ঘলৰ ভিতৰলৈ

ফক্‌নাৰ
১৯৮৭-

যায়। বাপেকে ভাবে সি হয়তো কেৰ্কেটুৱা মাৰিবলৈ গৈছে। এদিন জঙ্ঘলৰ মাজত ঘূৰি ঘূৰি ভাগৰি সি এটুকুৰা কাঠৰ ওপৰত বহিল। হঠাতে মূৰ তুলি চাই সি দেখিলে আঁতৰত সেই ভালুকটো। জোপাবনৰ মাজত ভালুকটো স্থিৰ হৈ আছে, লৰচৰ কৰা নাই। চাওঁতে চাওঁতে সি খোজ ললে। এবাৰ তাৰ পিনে উভতি চাই ভালুকটো লাহে লাহে বনৰ মাজত অদৃশ্য হ'ল। কেম্পলৈ সি উভতি আহিল। অহা বাৰলৈ সি আকৌ চেষ্টা কৰিব। কিন্তু অহা বাৰ নহয়, তাৰ পিছৰ বছৰ, আৰু তাৰ পিছৰ বছৰতো সি ভালুক মাৰিব নোৱাৰিলে। তেতিয়া তাৰ বয়স চৈধ্য। ছেমছ্ ফাদাৰ্ছে তাক ভাল শিক্ষা দিছে। এতিয়া সি হৰিণ মাৰে। কিন্তু ভালুকটো হলে মাৰিব পৰা নাই। এতিয়া নিজৰ ভৰিৰ খোজতকৈয়ো ভালুকটোৰ ভৰিৰ খোজ সি বেছি ভালকৈ চিনি পায়। জঙ্ঘলৰ য'তে ত'তে সি এতিয়া ভালুকটোৰ খোজ দেখা পায়, কিন্তু ভালুক তাৰ চকুত নপৰে। এই ভালুকটোক সি কিমান দিন সপোনত দেখিছে, কিন্তু হাবিৰ মাজত বিচাৰিলে নাই। ছেমছ্ ফাদাৰ্ছে ভাল কুকুৰৰ কথা কৈছে। এইবাৰ সি এটা ভাল কুকুৰ ললে। তাৰ নিজৰে কুকুৰ। এইবাৰ সি জঙ্ঘলৰ এটা সুৰসুৰীয়া বাটৰ দাঁতিত চুপি থাকিল। অলপ আঁতৰত ছেমছ্ ফাদাৰ্ছ। হঠাৎ ভালুকটো দেখা গ'ল নিচেই ওচৰতে। তাৰ কুকুৰ আগুৱাই গ'ল। বন্দুক পেলাই দৌৰি-গৈ সি যেতিয়া কুকুৰটোক ধৰে তেতিয়া যেন সি ভালুকটোৰ তপত নিশ্বাস তাৰ গাৰ ওপৰত অনুভব কৰিলে। কিন্তু পিছ মুহূৰ্ত্ততে দেখিলে ভালুক নাই। এতিয়া সি বুজিলে যে সি সপোনত ভালুকটোক ঠিক এনেকৈয়ে দেখিছিল। ঘৰত বাপেকে তাক প্ৰশ্ন কৰিলে, "তোমাৰ হাতত বন্দুক থকাতো তুমি ভালুকলৈ গুলী নকৰিলা কিয়?" সি মনে মনে থাকিল। বাপেকে ব্ৰাউনিঙৰ এশাৰী কবিতা মাতি কলে যে সত্যৰ পৰিবৰ্ত্তন নহয়। সত্য সদায় এক। কুকুৰ এটা সৰু জীৱ। সি জানে সি

ভয়ঙ্কৰ হ'ব নোৱাৰে, গৰ্বী হ'ব নোৱাৰে। তাৰ আত্মাও নাই। কিন্তু কুকুৰ সাহসী হ'ব পাৰে। কুকুৰটোৰ কাৰ্য্যই কিতাপত লিখা কথাতকৈ এটা জাজ্বল্যমান সত্য তুলি ধৰিছে। সাহস, গৰ্ব, কাৰুণ্য, ন্যায়পৰায়ণতা আৰু স্বাধীনতা অন্তৰৰ বিভূতি। হৃদয়ে যিটো ধাৰণ কৰে সেয়েই সত্য।

গল্পটোত ভালুক এটা প্ৰতীক। সগৰ্বে জঙ্ঘলৰ মাজত ই নিজৰ স্বাধীনতা উপভোগ কৰি বিচৰণ কৰিছে। কেতিয়াবা কেতিয়াবা বিপদ-বিঘিনিয়ে তাৰ স্বাধীনতা খৰ্ব কৰিব খোজে। কিন্তু এই বিপদ-বিঘিনিয়ে বুঢ়া ভালুকৰ অঙ্গ-প্ৰত্যঙ্গ সবল কৰিবলৈকো সক্ষম হয়। জীৱন-যাতনাৰে ছেমছ্ ফাদাৰ্ছৰ চিত্ত পৰিশোধিত হৈছে। ল'ৰাটোৱে ছেমছ্ ফাদাৰ্ছৰ সহায়ত গৰ্ব আৰু নম্ৰতা শিকিব খুজিও শিকিব পৰা নাই। শেহত এদিন হাবিলৈ গৈ বুঢ়া ভালুক আৰু কুকুৰটোৰ সহায়ত সি দুয়োটাকে শিকিব পাৰিলে। গল্পটোৱে শ্বেতাঙ্গ আৰু কৃষ্ণাঙ্গসকলৰ মাজত থাকিব লগা মধুৰ সম্বন্ধৰো ইঙ্গিত দিয়ে।

"দেট্ ইভিনিং ছান্" গল্পত কৃষ্ণাঙ্গ আৰু শ্বেতাঙ্গসকলৰ সম্বন্ধৰ ছবি আছে। নিগ্ৰো নাৰী নাৰ্চ্চৰ সৰলতা আৰু মদৰ নিচাত গিৰীয়েকৰ উন্মত্ততাৰ লগে লগে শ্বেতাঙ্গ শিশুসকলৰ নাৰ্চ্চৰ প্ৰতি থকা স্নেহৰ চিত্ৰ ইয়াত ফুটাই তোলা হৈছে।

"দি হাউণ্ড" এক গোপন হত্যাৰ কাহিনী। কটনে গোপন হত্যা কৰাৰ পাছতো কেনেকৈ হত ব্যক্তিৰ কুকুৰৰ ভুকনিত সি উন্মাদপ্ৰায় হৈছিল তাৰ বৰ্ণনা এই গল্পত আছে। কটনৰ হত্যাকাণ্ডত লিপ্ত হোৱাৰ উদ্দেশ্য সহজে বুজা নাযায়। কুকুৰটোক বধ কৰিবলৈ চেষ্টা কৰাৰ কাৰণো স্পষ্ট নহয়। এই গল্পৰ মাজতো নিগ্ৰো জীৱনৰ দুই-চাৰি কথা মাজে মাজে উল্লেখ কৰা হৈছে। ফক্‌নাৰে কোনো কোনো চৰিত্ৰৰ পাশৱিক ফাল দেখুৱাই ভাল পায়। ইয়াতো তেনে এটি ফাল দেখুৱা হৈছে।

ফক্‌নাৰৰ প্ৰকাশ-ৰীতি জটিল। গল্পবোৰ খুব মনোযোগেৰে নপঢ়িলে গল্পৰ মাজৰ সঙ্গতি বিচাৰি পোৱা সহজ নহয়। ঠায়ে ঠায়ে প্ৰতীকৰ ব্যৱহাৰ কৰাৰ কাৰণে দুটা-এটা বাস্তৱ ঘটনাৰ বৰ্ণনাৰ মাজতো অস্পষ্টতাই স্থান পাইছে। ক'তো ক'তো চিনেমাৰ দৃশ্যৰ দৰে আপেক্ষিক অসংলগ্ন ঘটনাও চকুত পৰে। প্ৰকাশ-ৰীতিৰ জটিলতা আৰু ঘটনা-সংযোগৰ শিথিলতাৰ কাৰণে প্ৰতীক ব্যৱহাৰত যেনে সুযোগ ঘটিছে, গল্পৰ অভিপ্ৰেত অৰ্থ উলিওৱাত তেনেকৈ টান হৈ পৰিছে। ফক্‌নাৰৰ গল্পবোৰ বেছ জটিল ৰূপত প্ৰকাশ কৰা হয়। কিন্তু এনে জটিল ৰূপত প্ৰকাশ কৰাৰ চেষ্টাৰ মাজতে স্পষ্ট হৈছে তেওঁৰ প্ৰতিভাৰ বৈশিষ্ট্য। ১৯৫০ চনত তেওঁ নবেল বঁটা লাভ কৰে।

ইংৰাজ ঔপন্যাসিক আৰু গল্পকাৰ ছমাৰছেট্ মমে ভালেমান গল্প লিখিছে। উপনিবেশত থকা কালত শ্বেতাঙ্গসকলে কেনে ধৰণৰ জীৱন যাপন কৰে তাৰ আভাস মমৰ গল্পত পোৱা যায়। উপন্যাস লেখক হিচাবে মমৰ খ্যাতি সু-প্ৰতিষ্ঠিত। গল্প-লেখক হিচাবেও তেওঁ এজন খ্যাতিমন্ত লোক। মমৰ সৰহভাগ গল্প প্লট-প্ৰধান।

ছমাৰছেট্ মম
—১৮৭৪- ?

তেওঁৰ গল্পৰ মাজত আদি, মধ্য আৰু শেষ খণ্ড বিচাৰি পোৱা যায়। নৈতিক তত্ত্ব প্ৰকাশৰ চেষ্টা সচৰাচৰ তেওঁৰ নাই। গল্পৰ যোগেদি পাঠকৰ মনত আনন্দৰ যোগান ধৰা তেওঁৰ উদ্দেশ্য। এই উদ্দেশ্য চকুৰ আগত ৰখাৰ কাৰণে তেওঁৰ গল্পত ঘটনাৰ বৈচিত্ৰ্য আৰু পৰিস্থিতিৰ স্পষ্টতাৰ আৱশ্যক হৈছে। যিবোৰ চৰিত্ৰ অৱলম্বন কৰি গল্প লিখা হৈছে, সেইবোৰৰো নিজ নিজ বিশেষত্ব ফুটাই তোলা হৈছে।

"ৰেইন" এটা দীঘল গল্প। ডাক্তৰ মেক্‌ফেইল আৰু দেভিদ্‌ছনৰ পৰিয়াল একে জাহাজৰে যাত্ৰী। দুয়ো পৰিয়ালৰে মাজত বেছ ঘনিষ্ঠতা গঢ়ি উঠিছে। জাহাজখন এটা বন্দৰত লাগিল। কিন্তু এনেতে দেভিদ্‌ছনে এটা দুঃসংবাদ আনিলে যে এপিয়ালৈকে তেওঁ-

লোকৰ জাহাজ নাই। জাহাজৰ নাবিক কেইজনমান বসন্ত ৰোগত আক্ৰান্ত হোৱাৰ বাবে এই জাহাজ এপিয়া বন্দৰত সোমাবলৈ দিয়া নহয়। উপায়ন্তৰ নাপাই যাত্ৰীসকলে সেই ঠাইতে কেইদিনমান অপেক্ষা কৰিবলৈ বাধ্য হ'ল। এজন ব্যৱসায়ী লোকৰ ঘৰৰ ওপৰ তালাত মেক্ফেইল আৰু দেভিদ্ছন পৰিয়াল থাকিল আৰু তলত থাকিল মিছ্ টম্ছন্। জাহাজখন বন্দৰত লগা সময়ৰেপৰা অবিৰাম বৰষুণ। কিন্তু এনে বতৰতো দেভিদ্ছনৰ অবসৰ নাই। গভৰ্ণৰৰ লগত দেখা-সাক্ষাৎ কৰা, থকা-মেলাৰ সা-সুবিধা বিচৰা প্ৰভৃতি ঢেৰ কাম তেওঁৰ। মিছেছ্ দেভিদ্ছনে গিৰিয়েকৰ কৰ্ম-পটুতা আৰু সাহসিকতাৰ দীঘল বৰ্ণনা ডাক্তৰ মেক্ফেইলৰ আগত দিছে। এনিশা দেভিদ্ছন্ আৰু ডাক্তৰৰ পৰিয়ালে তলৰপৰা অহা গ্ৰামোফোন ৰেকৰ্ডৰ ধ্বনি শুনিছে। অলপ পিছতে নৃত্যৰ শব্দও শুনা গ'ল। ইতিমধ্যে জনা গ'ল যে তলৰ তালাত নৃত্য-গীতত মত্ত হৈ থকা মিছ্ টম্ছন্ হনুলুলুৰ এক কুখ্যাত ঠাইৰপৰা আহিছে। তাই বোধ হয় ইয়াতো এক কেলেঙ্কাৰী অভিনয় আৰম্ভ কৰিছে। দেভিদ্ছনৰ খং উঠিল। তেওঁ তললৈ যাব খুজিলে কিন্তু ডাক্তৰে বাধা দিলে। দেভিদ্ছন সাহসী। কথা নুশুনি তেওঁ তললৈ নামি গ'ল। পিছদিনা মিছ্ টম্ছনে মিছেছ মেক্ফেইলক সুধিলে, "দেভিদ্ছনৰ আজি ভালনে ?" মিছেছ্ দেভিদ্ছন জ্বলি উঠিল। মিঃ দেভিদ্ছন এজন মিশ্যনেৰী। মিছ্ টমছনে এক অসৎ জীৱন যাপন কৰা তেওঁ সহ্য কৰিব নোৱাৰে। গতিকে তেওঁ প্ৰত্যেক নিশা ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰিছে যাতে মিছ্ টম্ছন্ ৰক্ষা পৰে। দেভিদ্ছনে মিছ্ টম্ছনক জনাইছে যে যদি কেতিয়াবা টম্ছনে দেভিদ্ছনক বিচাৰে তেন্তে ততালিকে তেওঁ তাইৰ ওচৰলৈ যাব। এদিনাখন মিছ্ টম্ছনে ওপৰ তালালৈ আহি দেভিদ্ছনক সকলোৰে আগতে তিৰস্কাৰ কৰিলে। দেভিদ্ছনে গভৰ্ণৰৰ আগত কথা লগাইছে আৰু মিছ্ টম্ছনে এই ঠাই ত্যাগ কৰাৰ হুকুম পাইছে। টম্ছনৰ

গালিয়ে দেভিদ্‌ছনক স্পৰ্শ কৰা নাই। পিছদিনা ডাক্তৰ মেক্‌ফেইলক মতা হ'ল এই বুলি যে মিছ্ টম্‌ছন্ অসুস্থা। টম্‌ছনৰ আচলতে অসুখ হোৱা নাই। তাই মেক্‌ফেইলক অনুৰোধ কৰিছে তাইৰ হকে তেওঁ এবাৰ গভৰ্ণৰক কব লাগে। চেষ্টা কৰিম বুলি ডাক্তৰ গুচি আহিল। কথা ৰাখি তেওঁ গভৰ্ণৰক লগো ধৰিলে, কিন্তু ফল নহ'ল। আন এদিনাখন মিছ্ টম্‌ছন্ দেভিদ্‌ছনৰ ওচৰলৈ আহিল। সিদিনা তাইৰ সাজ-পাৰত পাৰিপাট্য নাই। তাইৰ চকুত চকুপানী। দেভিদ্‌ছনৰ ওচৰত তাই ক্ষমা ভিক্ষা খুজিলে। তেওঁৰ আগত আঠু লৈ তাই মিনতি জনালে তাইক যেন পঠিয়াই দিয়া নহয়। দেভিদ্‌ছন অচল অটল। নিশা টম্‌ছনে দেভিদ্‌ছনক মাতি পঠিয়ালে। নিশা দুই বজালৈ দেভিদ্‌ছন তাইৰ ওচৰত থাকিল। ৰাতিপুৱা তেওঁ ডাক্তৰৰ আগত মত প্ৰকাশ কৰিলে যে টম্‌ছনৰ ওপৰত ভগবানৰ করুণা বৰ্ষণ হৈছে। টম্‌ছনৰ জীৱনৰ পৰিবৰ্ত্তন ঘটিছে। ইয়াৰ পিছৰ তিনি ৰাতি দেভিদ্‌ছনে টম্‌ছনৰ লগতে কটালে। শেহত দেভিদ্‌ছনৰ বিশ্বাস হ'ল যে টম্‌ছনৰ পুনৰ্জন্ম হৈছে। হঠাৎ পিছদিনা ৰাতিপুৱা ডাক্তৰ মেক্‌ফেইলক ব্যস্ততাৰে মতা হ'ল। ওৱাটাৰ-প্ৰুফেৰে গা-মূৰ ঢাকি মেক্‌ফেইল ওলাই আহি দেখে সমুদ্ৰ উপকূলত দেভিদ্‌ছনৰ মৰা শ'। খবৰ শুনি মিছেছ্ দেভিদ্‌ছন কঁপিবলৈ ধৰিলে। শটো কবৰ দিয়া হ'ল। কবৰখানাৰপৰা উভতি আহি মিছেছ্ মেক্‌ফেইল আৰু দেভিদ্‌ছনে তলৰ তালাত পুনৰাই গ্ৰামোফনৰ ৰেকৰ্ডৰ সঙ্গীত শুনিবলৈ পালে।

ডাঃ মেক্‌ফেইল আৰু দেভিদ্‌ছনৰ চাৰিত্ৰিক বিশেষত্বই গল্পৰ মূল তত্ত্ব বিচাৰি উলিওৱাত সহায় কৰিছে। দেভিদ্‌ছনৰ ধৰ্মান্ধতাৰ কাষে কাষে মেক্‌ফেইলৰ উদাৰতা চিত্ৰিত হৈছে। বাস্তৱ জীৱনৰ ত্ৰুটি-বিচ্যুতিৰ প্ৰতি মেক্‌ফেইলৰ উদাসীন মনোভাৱ প্ৰকাশ হৈছে। দেভিদ্‌ছনৰ ধৰ্মান্ধতাই হলে জীৱনৰ ত্ৰুটিৰ মূলোৎপাদন কৰিবলৈ চেষ্টা কৰিছে। দেভিদ্‌ছনৰ আধ্যাত্মিক শক্তিৰ ওপৰত যি নিষ্ঠা

আছে তাৰ লগত মিছ্ টম্‌ছনৰ বিপক্ষে গভৰ্ণৰৰ আগত কথা লগোৱা কাৰ্য্যৰ অসঙ্গতি চকুত পৰে। টম্‌ছনৰ জীৱনৰ সংশোধনৰ চেষ্টা অকল নৈতিক আৰু আধ্যাত্মিক বলেৰে কৰাহেঁতেন, দেভিদ্‌ছনৰ চৰিত্ৰৰ মাজেদি দুমুখীয়া ব্যক্তিত্ব ফুটাই তোলা নহ'লহেঁতেন। টম্‌ছনৰ জীৱনৰ সংশোধন কৰিবলৈ চেষ্টা কৰোঁতে দেভিদ্‌ছনৰ যি শ্ৰম হৈছে টম্‌ছনে তাৰ ভাগ পোৱা নাই। সেইবাবে দেভিদ্‌ছনৰ শ্ৰম ব্যৰ্থ হৈছে। অসতৰ হাতত তেওঁৰ পৰাজয় হৈছে। যি উপায় অৱলম্বন কৰি তেওঁ টম্‌ছনৰ জীৱনলৈ পৰিবৰ্ত্তন অনাৰ আশা কৰিছিল, সেই উপায় ব্যৰ্থ হোৱাৰ নৈতিক কাৰণ আছে। গল্প-লেখকৰ চিন্তাধাৰাৰ ওপৰত ফ্ৰয়দৰ প্ৰভাৱো পৰিব পাৰে।

"এ ষ্ট্ৰিং অব্ বিড্‌ছ" এটা চুটি গল্প। অভ্যাগতসকল এখন মেজৰ চাৰিওকাষে বহিছে। সংখ্যাত ১৩ জন হোৱাত গভৰ্ণেছ্ মিছ্ ৰবিন্‌ছনকো তালৈ মতা হৈছে। মেৰি লিন্‌গেটে এডাল মূল্যবান হাৰ পিন্ধি আহিছে। বৰ্ছেলি মণিমুক্তা নিৰ্বাচনৰ ক্ষেত্ৰত বিশেষজ্ঞ। চকুৰে চায়েই মণিমুক্তাৰ মূল্য তেওঁ নিৰূপণ কৰিব পাৰে। লিন্‌গেটে কলে যে তেওঁৰ হাৰৰ মূল্য আঠ হাজাৰ পাউণ্ড। বৰ্ছেলিয়ে মানি ললে। কিন্তু সমুখতে থকা মিছ্ ৰবিন্‌ছনৰ ডিঙিৰপৰা ওলমি থকা হাৰৰ মূল্য ৫০,০০০ পাউণ্ড বুলি তেওঁ কৈ উঠিল। মিছ ৰবিন্‌ছনে হাঁহি মাৰি উত্তৰ দিলে যে তেওঁ সেই ডাল পোন্ধৰ ছিলিঙেৰে কিনিছে। অলপ পিছত মিছ্ ৰবিন্‌ছনক কোনোবাই বাহিৰত বিচাৰিলে। তেওঁ উঠি গ'ল। অভ্যাগত সকলৰ মাজত নানান জল্পনা কল্পনা চলিল। কিছু সময় পিছত ঘূৰি আহি ৰবিন্‌ছনে মেজৰ ওপৰত হাৰডাল থলে। বৰ্ছেলিয়ে চিঞৰি উঠিল যে এইডাল আগেয়ে দেখা হাৰ নহয়। কথা হ'ল, দোকানীয়ে ভুলতে মূল্যবান হাৰডাল ৰবিন্‌ছনক দিছিল। এতিয়া দুজন মানুহ আহি সেই হাৰ লৈ গ'ল, কিন্তু ৰবিন্‌ছনক ৩০০

পাউণ্ডৰ এখন চেক দিলে। এই টকাৰ সহায়তে মিছ্ ৰ্বিন্‌হুদ বিলাসৰ সুখানুসৰণত বলিয়া হ'ল।

হুমাৰছেট মমৰ সমালোচক আৰু প্ৰশংসাকাৰী দুয়োটাই আছে। তেওঁৰ গল্পৰ ঘটনা-সন্নিবেশ কিছু পৰিমাণে বিক্ষিপ্ত। ঘটনা-উত্থাপনৰ সময়ত তেওঁ অৱশ্যে বেলেগ বেলেগ কৌশল অৱলম্বন কৰে। কিন্তু বিন্যাস-ৰীতিৰ লেহেম গতি তেওঁৰ প্ৰায় সকলো-বোৰ গল্পতে আছে। গল্পৰ মাজেদি জীৱনৰ তত্ত্ব প্ৰকাশ কৰাৰ অভিপ্ৰায় নাথাকিলেও কিছুমান গল্পত এই তত্ত্বৰ প্ৰভাৱ পৰিছে। জটিল ঘটনা সংযোগৰ মাজেদি তেওঁৰ দীঘলীয়া গল্পবোৰ পৰিণতিৰ পিনে আগুৱায়। উপনিবেশৰ শ্বেতাঙ্গসকলৰ মাজত থকা কিছুমান দুৰ্বলতাৰ চিত্ৰ তেওঁৰ গল্পৰ মাজেদি ফুটি উঠিছে। মমে পাঠকৰ গ্ৰহণ-ক্ষমতাৰ ওপৰত চকু ৰখাৰ কাৰণে তেওঁৰ গল্পবোৰত সৰল ভাষাৰ প্ৰয়োগ কৰা হৈছে। কিন্তু এই সৰলতাৰ মাজেদি সূক্ষ্ম অবলোকন ক্ষমতা চকুত নপৰাকৈ নাথাকে। ঠায়ে ঠায়ে মমৰ গল্পত কৰুণ ৰসৰ সাৰ্থক সৃষ্টি দেখিবলৈ পোৱা যায়।

হেমিংওৱে আমেৰিকান্ ঔপন্যাসিক আৰু গল্প-লেখক। প্ৰচলিত গল্প-ৰীতি অৱলম্বন নকৰি তেওঁ নতুন প্ৰকাশ-ভঙ্গী উদ্ভাৱনৰ যত্ন কৰিছে। চুটি চুটি সংলাপৰ সহায়েৰে তেওঁৰ গল্পৰ কাৰ্য্য আগুৱাই নিয়া হয়। জীৱনৰ তত্ত্বৰ ওপৰত আস্থা স্থাপন কৰি গল্পৰ যোগেদি কোনো সত্য তুলি ধৰাৰ আদৰ্শ তেওঁৰ নাই। জীৱনৰ দুটা এটা সৰু ঘটনাকো অসামান্য কৌশলেৰে তেওঁ স্পষ্ট কৰি তুলিছে। তেওঁৰ দৃষ্টি সদায় বাস্তবমুখী। কথ্য-ভাষাৰ ব্যৱহাৰৰ যোগেদি আন কোনো গল্প-লেখকে তেওঁৰ দৰে গল্প লিখা নাই। চেক্‌ভৰ দৰে হেমিংওৱেও স্বাভাৱিক পৰিবেশৰপৰা আঁতৰি যোৱা নাই। গল্পৰ মাজত পাঠকৰ উৎকণ্ঠা সৃষ্টি কৰাৰ প্ৰতিও তেওঁৰ মনযোগ কম। পুৰুষ চৰিত্ৰৰ প্ৰতি তেওঁৰ আকৰ্ষণ বেছি। এই চৰিত্ৰবোৰ সমাজৰ বিভিন্ন

হেমিংওৱে
১৮৯৮-?

স্তৰৰ ব্যক্তি নহয়। কিন্তু যি চৰিত্ৰৰ অৱলম্বনত তেওঁ গল্প ৰচনা কৰিছে সেই চৰিত্ৰৰ বাস্তৱ ৰূপ তুলি ধৰাত তেওঁ অদ্বিতীয়। তেওঁ ১৯৫৪ চনত নবেল বঁটা লাভ কৰে।

"ইন্ এনাদাৰ কান্ট্ৰি" এটা সৰু গল্প। এজন আমেৰিকান সৈনিক। তেওঁ সদায় হস্পিতাললৈ যায় চিকিৎসাৰ কাৰণে। এজন ইটালিয়ান মেজৰো আছে। যন্ত্ৰৰ সহায়ত চিকিৎসা চলে। কিন্তু যন্ত্ৰৰ ওপৰত মেজৰৰ আস্থা কম। তথাপি তেওঁ আছে। আন কথাৰ মাজত মেজৰে আমেৰিকানজনক সুধিলে তেওঁৰ বিয়া হৈছে নে নাই। আমেৰিকানজনে দেশলৈ গৈ বিয়া কৰোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। হঠাৎ মেজৰ উত্তেজিত হৈ উঠিল। তেওঁ চিঞৰি চিঞৰি কলে, বিয়া কৰালে সকলো হেৰাব। মেজৰৰ আচৰণত আমেৰিকানজন আচৰিত হ'ল। কিন্তু তেওঁ তৰ্কৰ মাজত সোমাই নপৰিল। অলপ পিছত মেজৰ তেওঁৰ ওচৰলৈ আহিল। আমেৰিকান-জনৰ গাত হাত বুলাই তেওঁ কলে, "মোক ক্ষমা কৰিবা। মোৰ ঘৈণীক কবৰৰ চেচুকত শুৱাই থৈ মই সকলো হেৰুৱাইছোঁ।"

গল্পৰ মাজত মেজৰৰ উদ্‌ভ্ৰান্ত আচৰণ মন কৰিবলগীয়া। ঘৈণীয়েকৰ মৃত্যুৰ পাছত তেওঁৰ মগ্ন-চৈতন্যত যি আঘাত লাগি আছে তাৰে প্ৰকাশ হৈছে কেইটামান ভগা ভগা বাক্যৰ মাজেদি। মেজৰৰ অন্তৰৰ গুপুত কোণত থকা বেদনাৰ প্ৰকাশ-ক্ষমতা তেওঁৰ নাই। তেওঁৰ আচৰণ আৰু উক্তিৰ মাজেদি শোকৰ তীব্ৰতা পৰিস্ফুট কৰা হৈছে।

"দি কিলাৰ্ছ" আন এটা সৰু গল্প। সন্ধিয়া দুজন সৈনিক এখন হোটেলত উপস্থিত হ'ল। মানুহৰ সমাগম তাত কম। খোৱাৰ উদ্দেশ্য সিহঁতৰ নহয়। এণ্ডাৰছন নামে এজন মানুহে তাত সদায় সন্ধিয়াৰ আহাৰ খায়। তাক সিহঁতে হত্যা কৰিব। সৌভাগ্যক্ৰমে এণ্ডাৰছন সিদিনা খাবলৈ নাহিল। মালিকে নিক্ নামৰ চাকৰটো এণ্ডাৰছনৰ ওচৰলৈ পঠিয়াই দিলে। উদ্দেশ্য তেওঁক সতৰ্ক কৰি

দিয়া। কথাবপৰা বুজা গ'ল যে এণ্ডাৰছনে সকলো গম পায়। বাহিৰ ওলালেই তেওঁ মৃত্যুৰ মুখত পৰিব পাৰে। তথাপি সাহসেৰে তেওঁ সকলো কথা গ্ৰহণ কৰিছে, কিন্তু এতিয়াও স্থিৰ কৰিব পৰা নাই তেওঁ বাহিৰলৈ আহিব নে নাহে।

হেমিংওৱেৰ কিছুমান গল্পৰ মাজত তিনি ৰকমৰ চৰিত্ৰ থাকে। এটা চৰিত্ৰই সত্যটো জানে। আন এজন বা দুজনে জনা বুলি ভাবে কিন্তু নাজানে। ঘটনা আগবঢ়াৰ লগে লগে লাহে লাহে এওঁলোকে আচল কথাটোৰ গম পাবলৈ ধৰে। আন এটা বা দুটা চৰিত্ৰই সম্পূৰ্ণ উদাসীনতা দেখুৱায়। এই গল্পটোত এণ্ডাৰছনে সকলো জানে। ,গতিকে তেওঁ হৈ আছে নিৰ্বিকাৰ। নিক্ আৰু জৰ্জে লাহে লাহে আচল কথাৰ গম পাই দুয়ো হৈছে স্তম্ভিত।

"দি স্নোজ অব্ কিলিমঞ্জাৰো" এটা দীঘল গল্প। কিলিমঞ্জাৰো আফ্ৰিকাৰ এখন পৰ্বত, ১৯৭০ ফুট ওখ। এই পৰ্বতৰ কাষত এটা কেম্পত হেৰী আৰু তেওঁৰ ঘৈণীয়েক হেলেন। হেৰীৰ ভৰিত ঘা, পচন আৰম্ভ হৈছে। তেওঁলোকে অপেক্ষা কৰিছে কোনো প্লেন বা গাড়ীৰ আশাত। প্লেন হলে আহি পোৱা নাই। বিচনাত পৰি পৰি হেৰীয়ে অতীত জীৱনৰ নানান কথা স্মৰণ কৰিছে। জীৱন-যৌৱনৰ নানান অভিজ্ঞতাই নতুন ৰূপ লৈ তেওঁৰ অকৰ্মণ্য দেহ-মনৰ ওপৰত খেলিব ধৰিছে। ঘৈণীয়েকে তেওঁৰ আলপৈচান ধৰিছে, তেওঁৰ দমি-যোৱা মনৰ মাজত আশাৰ সঞ্চাৰ কৰিব খুজিছে। কিন্তু সময়ে সময়ে হেলেনৰ ওপৰত হেৰী হৈ পৰিছে ক্ৰুদ্ধ আৰু অসন্তুষ্ট। ঘৈণীয়েকৰ টকা নাথাকিলে তেওঁৰ হয়তো এনে দুৰ্দশা নহ'লহেঁতেন। হেৰীয়ে মৃত্যুৰ আগমনৰ সঙ্কেত পাইছে। সেই বাবেই হয়তো তেওঁৰ মনৰ স্থিৰতা নাই। শেহত এখন প্লেন আহিল। হেৰীক স্থানান্তৰ কৰা হ'ল। কিন্তু হেৰী ৰক্ষা নপৰিল—মৃত্যুৰ মুখত পৰিল।

গল্পটোৰ মাজেদি হেৰীৰ মনৰ ওপৰত হোৱা নানান ক্ৰিয়া

প্ৰতিক্ৰিয়াৰ দ্বন্দ্ব সুন্দৰকৈ ফুটাই তোলা হৈছে। হেৰীৰ অতীত জীৱনৰ সোঁৱৰণ কল্পনা-বিলাস যেন নালাগে। আসন্ন মৃত্যুৰ পৰশত, মনৰ সূক্ষ্ম গ্ৰন্থিসমূহ ছিন্ন-ভিন্ন হৈ পৰাৰ সময়ত অসংযত নানান চিন্তা মনলৈ আহি পৰিব পাৰে। সেইবাবে হেলেনৰ আদৰ-স্নেহৰ মাজতো তেওঁ হৈ উঠিছে উত্তেজিত। অন্যায়ভাৱে তেওঁ হেলেনক তিৰস্কাৰ কৰিছে। হেৰীৰ ৰক্ত-মাংসই কৈ দিছে মৃত্যু তেওঁৰ সন্নিকট। তথাপি তেওঁৰ চিত্ত হৈ উঠা নাই ভয়-বিহ্বল। জীৱনৰ দুৰ্ঘটনাৰ সমুখত সাহস দেখুৱাৰ দৰে, মৃত্যুৰ আগমনৰ আশঙ্কাতো তেওঁৰ মানসিক দুৰ্বলতা নাই।

হেমিংওৱে প্ৰথম মহাযুদ্ধৰ সময়ত এটা আমেৰিকান এম্বুলেন্সৰ লগত কাম কৰিছিল। পিছত ইটালীত থাকোঁতে তেওঁ গুৰুতৰৰূপে আহত হয়। ডেকা কালতে যুদ্ধ-বিগ্ৰহৰ লগত জড়িত হৈ পৰাৰ কাৰণে শক্তিমন্ত আৰু সাহসী লোকৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা গঢ়ি উঠে। তেওঁৰ গল্পৰ মাজেদি প্ৰকাশিত হৈছে সৈনিক জীৱনৰ নানান সৰু সৰু ঘটনা, ষাড়-যুঁজৰ ছবি আৰু চিকাৰীৰ সাহসিকতা। হেমিংওৱেৰ চৰিত্ৰবোৰ সাধাৰণতে সবল। "দি ওল্ড্ মেন এণ্ড্ দি ছি"ত বুঢ়া মাছমৰীয়াটোৱে যি সাহস আৰু দৃঢ়তা দেখুৱাইছে তাৰ অনুৰূপ ছবি গল্পবোৰতো পোৱা যায়। তেওঁৰ গল্পত কথ্য-ভাষাৰ প্ৰয়োগ প্ৰচুৰ। ইয়াৰ সহায়েৰে তেওঁ জীৱনৰ কিছুমান সৰু সৰু ঘটনাৰ ৰূপ দিছে। মাজে মাজে বৰ্ণনাৰ সহায় ললেও সৰহ ক্ষেত্ৰতে চুটি চুটি সংলাপৰ সহায়ত ঘটনা প্ৰকাশ কৰাৰ লগতে চাৰিত্ৰিক বৈশিষ্ট্যবোৰো উন্মুকিয়াই গৈছে। কোনো কোনো গল্পত ভাব-প্ৰকাশৰ চেষ্টাতকৈ ব্যঞ্জনা বৃত্তিৰ প্ৰয়োগ বেছি। কিছুমান গল্পত মানুহৰ জীৱনটো নিৰৰ্থক আৰু মূল্যহীন হিচাবে দেখুৱা হৈছে। ভালেমান ক্ষেত্ৰত জীৱনৰ অন্তঃসাৰশূন্যতা প্ৰকাশ কৰাৰ লগে লগে আদিম জৈৱিক প্ৰেৰণা, সম্ভোগৰ আকাঙ্ক্ষা আৰু আনক ধ্বংস কৰাৰ প্ৰবৃত্তি চৰিতাৰ্থ কৰাৰ ওপৰত গুৰুত্ব

আৰোপিত হৈছে। সৈন্য, চিকাৰী আৰু ষাড়-যুঁজকাৰী সকলেহে যেন জীৱনক উপভোগ কৰিব পাৰে। দুৰ্বলী আৰু অসহায়ৰ প্ৰতি তেওঁৰ কৰুণা নাই। হেমিংওৱেৰ কিছুমান গল্প উকা বাস্তৱতাৰ মাজতে আছে। এইবোৰ ৰসোত্তীৰ্ণ হোৱা নাই।

ষ্টীন্‌বেক্ আন এজন আমেৰিকান লেখক। হেমিংওৱেৰ দৰে তেৰোঁ উপন্যাস আৰু চুটি গল্প দুয়ো ক্ষেত্ৰতে প্ৰতিষ্ঠা লাভ কৰিছে। গল্প-কোৱা প্ৰতিভা তেওঁৰো আছে। কথনভঙ্গীৰ ফালৰপৰা চালে হেমিংওৱে আৰু ষ্টীন্‌বেকৰ সাদৃশ্য কম। হেমিংওৱেৰ দৰে সংলাপৰ যোগেদি ষ্টীন্‌বেকে গল্পৰ কাৰ্য্য আগুৱাই নিব নোখোজে। কথ্যভাষাৰ প্ৰয়োগৰ ওপৰতো তেওঁ বিশেষ নজৰ দিয়া দেখা নাযায়। সামাজিক জীৱন-যাপনৰ মাজত মানুহৰ ব্যক্তিত্ব-বিকাশৰ সুবিধা থাকিলেও কেনেকৈ এই সামাজিক পৰিবেশেই সময়ত মানুহৰ অসুখ-অশান্তিৰ কাৰণো হয় তাকে দেখুৱাবলৈ তেওঁ ঠায়ে ঠায়ে চেষ্টা কৰিছে। হেমিংওৱে আৰু ষ্টীন্‌বেকৰ অভিজ্ঞতাৰ ক্ষেত্ৰও একে নহয়। হেমিংওৱে যুদ্ধৰ বিভীষিকা দেখিছিল আৰু নিজে আহত হৈ যুদ্ধক্ষেত্ৰৰ বাস্তৱ অভিজ্ঞতা লভিছিল। ষ্টীন্‌বেকে জীৱনৰ প্ৰথম ছোৱাত ফল-ফুলৰ সৌন্দৰ্য্যৰ মাজত ডাঙৰ-দীঘল হৈ বেলেগ ধৰণৰ অভিজ্ঞতা লাভ কৰিছিল। এইবাবে আমি দুয়োজন লেখকৰে ভিতৰত বিভিন্ন দিশৰ পৰা জীৱন পৰ্য্যালোচনা কৰাৰ চেষ্টা দেখিবলৈ পাওঁ। ষ্টীন্‌বেকে ১৯৬২ চনত নবেল পুৰস্কাৰ লাভ কৰে।

ষ্টীন্‌বেক্
১৯০২-?

"দি লিদাৰ অব্ দি পিপ'ল" এটা চুটি গল্প। জোদি সৰু ল'ৰা, বিলি বাকে খেৰৰ দম আঁতৰাই থওঁতে নিগনি ওলাইছে। জোদিৰ শিশুমন সেই পিনে আকৰ্ষিত হৈছে। নিগনিবোৰ সি মাৰিব। এনেতে দেউতাক কাৰ্ল টিফ্‌লিন্ কৰবাৰপৰা আহিল। তেওঁৰ হাতত এখন চিঠি। দৌৰি গৈ জোদিয়ে আগেয়ে মাকক

খবৰ দিলে। চিঠি খুলি মাকে কলে যে তেওঁৰ দেউতাক আবেলিয়ে আহি পাব। কার্ল টিফ্‌লিনৰ চকুৱে-মুখে বিৰক্তিৰ ভাব ফুটি উঠিল। ঘৈণীয়েকে সকলো বুজিব পাৰি গিৰীয়েকক প্ৰশ্ন কৰিলে তেওঁৰ কি হৈছে। গিৰীয়েকে উত্তৰত কলে যে বুঢ়াই বৰকৈ কথা কয় আৰু একে কথাকে বাৰে বাৰে কৈ থাকে। আবেলি বুঢ়া আহি পালে। জোদিয়ে ককাক আগবঢ়াই লৈ আহিল। ভোজনৰ সময়ত সকলোটি একেলগে বহিল। ককাৰ কথা আৰম্ভ হ'ল। নানান সাধু। এটাৰ অন্ত নৌহওঁতেই আনটোৰ আৰম্ভ। এইবোৰ কথাৰ মাজতে জোদিয়ে নিগনি মৰাৰ কাৰণে পিতাকৰ অনুমতি ললে। ককাৰ সাধু শুনি শুনি কার্লৰ খং চুলিৰ আগ পাইছেগৈ, কিন্তু তাৰ প্ৰকাশ হোৱা নাই। সন্ধিয়াৰ আহাৰৰ সময়ত ককা আহি পোৱাত অলপ পলম হৈছে। গিৰীয়েকে ককাৰ বহুবক্তিতাৰ প্ৰসঙ্গ উল্লেখ কৰিছে। এনেতে হঠাতে ককাৰ প্ৰবেশ হ'ল। অপ্ৰস্তুত হৈ জোৱাঁয়েকে শহুৰেকৰ ওচৰত ক্ষমা ভিক্ষা খুজিলে। ককা কেইদিনমান থকাৰ মানসে আহিছিল। কিন্তু শেহত ভাবিলে তেওঁ সোনকালে গুচি যোৱাই উচিত হব। ৰাতিপুৱা জোদি ককাৰ ওচৰলৈ আহিল। তাৰ হাতত দুডাল লাঠী। এডাল তাৰ কাৰণে আৰু আনডাল ককাৰ কাৰণে। কিন্তু ককাৰ মন ভাল নহয়। ককা নোলাল। ককাৰপৰা সহযোগ নোপোৱাত জোদিবো মন ভাগি গ'ল। ককাই মনতে ভাবিলে যে নেতা হিচাবে তেওঁ যি কাম কৰিলে সেই কাম তেওঁ নকৰিলেও হয়তো আনে কৰিলেহেঁতেন। কিন্তু কাম যেহেতু শেষ হৈছে তাৰ বর্ণনাৰ হয়তো প্ৰয়োজন আজি নাই। আজি সমুদ্ৰতীৰলৈ হৈছে মানুহৰ বসতি। পশ্চিমত আছে সমুদ্ৰৰ বাধা। মানুহৰ আগুৱাই যোৱা পথ বন্ধ হৈছে আৰু মানুহৰ আকাঙ্ক্ষাও হৈ পৰিছে সীমিত।

গল্পটোৰ মাজেদি ককাৰ মনৰ ওপৰত থকা সংস্কাৰৰ প্ৰভাৱ

আৰু জোদিৰ শিশুমনৰ সবলতাৰ প্ৰকাশ হৈছে। কৰ্মব্যস্ত আৰু আত্মকেন্দ্ৰিক কাৰ্ল বুঢ়াৰ মনত থকা উত্তম আৰু তেওঁৰ জীৱনত দেখুৱা কৰ্মপটুতাৰ প্ৰতি সহানুভূতিশীল হব পৰা নাই। কাৰ্লৰ চিন্তাধাৰা বস্তুকেন্দ্ৰিক হোৱাৰ কাৰণে শিশু-মনৰ উদাৰতা আৰু গ্ৰহণ-ক্ষমতা তেওঁৰ জীৱনৰপৰা আঁতৰি গৈছে। আনৰ আদৰ্শৰ প্ৰতি সহানুভূতি দেখুৱাৰ সাধাৰণ শিষ্টাচাৰৰ প্ৰতিও অজ্ঞাতসাৰে তেওঁ হৈ পৰিছে উদাসীন। ককাৰ আগমনৰ বাৰ্ত্তা শুনাৰ লগে লগে তেওঁৰ মনৰ ওপৰত যি প্ৰতিক্ৰিয়া হৈছে তাৰ প্ৰকাশ তেওঁৰ কথা আৰু কাৰ্য্যৰ মাজেদি ফুটি উঠিছে। বুঢ়া হলেও ককাই সেইটো বুজিব পাৰিছে। তথাপি বুঢ়াই জোঁৱায়েকক দোষ দিয়া নাই। তেওঁৰ মনৰ ধাৰণা হৈছে হয়তো জোঁৱায়েকৰ কথাই সত্য। যিটো উদাৰতাৰে ককাই জোঁৱায়েকৰ কথা বিশ্লেষণ কৰি চাবলৈ চেষ্টা কৰিছে সেই উদাৰতাৰ স্পৰ্শ কাৰ্লৰ মনত নাই। ককাৰ মনত গঢ়ি উঠা সংস্কাৰৰ দৰে কাৰ্লৰ মনৰ ওপৰত আছে এক সংস্কাৰৰ মচিব নোৱাৰা গাঢ় প্ৰলেপ।

"দি ক্ৰিছেন্থিমামছ্" আন এটা সৰু গল্প। এলিছা এলেনে ফুলনিৰ মাজত সোমাই ক্ৰিছেন্থিমামছৰ ঠোক কাটিছে। বাহিৰৰ বেৰত আউজি গিৰীয়েক হেন্‌ৰী। এলিছাৰ হাতৰ পৰশত গছবোৰ ঠন ধৰি উঠে। ফুলবোৰ ডাঙৰ ডাঙৰ হয়। যোৱা বছৰ একো একোটা ফুল দহ ইঞ্চিলৈকে ডাঙৰ হৈছিল। এলিছাৰ হাতত যাদু আছে। এই হাতেৰে তাই যিহকে কৰে সেয়েই লাভ কৰে নৱজীৱন। ফলৰ বাগিচাত কাম কৰি তেওঁ আপেলবোৰ ডাঙৰ কৰিবলৈ যত্ন কৰা হলে হেনৰীয়ে লাভ কৰিলেহেঁতেন অপাৰ আনন্দ।

হেন্‌ৰীয়ে সিদিনা নগৰলৈ যোৱাৰ থিৰ কৰিছে। হেন্‌ৰী আৰু এলিছা দুয়ো যাব। দুয়ো নগৰতে খাব, চিনেমা চাব, এয়ে বন্দৱস্ত। এলিছা ওলাব লাগে। হেন্‌ৰী গাড়ী আনিবলৈ যায়।

এলিছা হলে তেতিয়াও বাগিচাৰ কামতে ব্যস্ত। এখন

ঘোঁৰাৰ গাড়ী লাহে লাহে আহি দুৱাৰ-মুখত ব'ল। আৰোহী এজন বুঢ়া মানুহ। কলহ, টিন, ঘটি, বাটি প্ৰভৃতি ভঙাফুটা বস্তু তেওঁ মেৰামত কৰে। বুঢ়া গাড়ীৰপৰা নামি আহিল, এলিছাক সুধিলে তেওঁ কিবা বস্তু মেৰামত কৰাব নেকি। বাট ভুল কৰি তেওঁ আহিল। এই ঠাইত তেওঁ অচিনাকি। কিন্তু আন আলিৰ দাঁতিত থকা গৃহিণীসকলে তেওঁক জানে, ভালকৈয়ে জানে। বানচৰ দাবী তেওঁৰ কম। অথচ পুৰণি বস্তুও তেওঁৰ হাতত নতুন হয়। এলিছাই উত্তৰ দিলে, মেৰামত কৰাব লগা বস্তু তেওঁৰ একো নাই। বুঢ়া অলপ হতাশ হ'ল। খোৱাৰ সংস্থান হয়তো তেওঁৰ আজি নহব। লাহে লাহে তেওঁ বেৰৰ ওচৰলৈ আগবাঢ়ি আহিল, আগ্ৰহেৰে সুধিলে সেইবোৰ কি ফুল। আগন্তুকৰ অনুসন্ধিৎসা তেওঁৰ ভাল লাগিল। আনন্দেৰে এলিছাই ক্ৰিছেন্থিমামৃছ্ গছ আৰু ফুলৰ দীঘল বৰ্ণনা দিলে। বুঢ়াই কলে, এগৰাকী মহিলাই তেওঁক ফুলৰ কথা কৈছিল আৰু পাৰিলে সঁচ আনিবলৈকো অনুৰোধ কৰিছিল। এলিছাই এটা বাচনত মাটি ভৰাই কেইটামান পুলি তাৰ ভিতৰত গুজি দিলে। অলপ পানীৰে গুৰি তিয়াই দিলে। বাচনটো বুঢ়াৰ হাতত তুলি দি কেনেকৈ পুলিৰ যত্ন লব লাগে তাৰ সকলো নিৰ্দেশ এটা এটাকৈ দিলে। "চোৱা, হাতৰ দক্ষতাই হ'ল সকলো। অনাবশ্যকীয় কলি বাচি বাচি কাটি পেলোৱাৰ সময়ত হাতৰ আঙুলিৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰিব লাগে।" কথা শেষ কৰি ছুটা-মান টিনো ঘৰৰপৰা আনি বুঢ়াক মেৰামতি কৰিব দিলে আৰু শেহত বানচ দি বুঢ়াক বিদায় দিলে। এলিছা ঘৰৰ ভিতৰ সোমালগৈ। আনন্দ মনেৰে তেওঁ স্নান আৰু প্ৰসাধন শেষ কৰিলে। নতুন পোছাক এযোৰ উলিয়াই সুন্দৰী যুৱতী হৈ তেওঁ গিৰীয়েকৰ আগত ওলাল। হেনৰীয়ে দেখিবলৈ পালে এলিছাৰ গাত নতুন ৰূপৰ মাধুৰ্য্য। অন্তৰৰ এক গোপন আনন্দই যেন তেওঁৰ মুখৰ লাবণ্যৰ ওপৰত খেলিছে। দুয়ো গাড়ীত উঠিল।

গল্পটোত এলিছাৰ ফুলৰ প্ৰতি থকা প্ৰীতিৰ আকৰ্ষণ আৰু আগন্তুকৰ তাৰ প্ৰতি দেখুৱা অনুৰাগে ক্ষণেকৰ বাবে হলেও এলিছাৰ মনৰ মাজত তুলিছে এক অপূৰ্ব আনন্দৰ শিহৰণ। এলিছাৰ জীৱনৰ এক মুহূৰ্ত্তত দেখা দিয়া এই আনন্দৰ ৰূপ সহজ সৰল ভাষাৰে সুন্দৰকৈ প্ৰকাশ কৰা হৈছে।

"জুনিয়াছ্ মালট্বি" এটা দীঘল গল্প। মালট্বি এজন কেৰাণী। ডাক্তৰৰ পৰামৰ্শ অনুসৰি তেওঁ নগৰ এৰি পেছটাবৃছ্ অৰ হেভেন উপত্যকালৈ যায়। তাতে এগৰাকী বিধবাৰ লগত তেওঁৰ বিয়া হয়। বিধবাৰ আগৰ গিৰীয়েকৰ ফালৰ ল'ৰা ছুটা। বিধবা এখন ডাঙৰ ফাৰ্মৰ মালিক। মালট্বিয়ে এই ফাৰ্মৰ সুবিধা পালেও তেওঁৰ অকৰ্মণ্যতা আৰু অযত্নৰ ফলত হাবি-জঙ্গলে ফাৰ্ম আগুৰি পেলাইছে। ফাৰ্মৰ উৎপন্নও দিনে দিনে কমি গৈছে। মালট্বিৰ প্ৰধান কাম হ'ল জুৰিৰ ওপৰত হালি থকা গছ এজোপাৰ ওপৰত বহি ষ্টিভেন্‌ছনৰ কিতাপ পঢ়া। ঘৈণীয়েক বা ল'ৰাহঁতৰ প্ৰতি চিন্তা কৰাৰ অৱকাশ তেওঁৰ নাই। ল'ৰা ছুটাৰ টান বেমাৰ হ'ল। মাকো শয্যাগত। মালট্বিয়ে নাজানে বেমাৰীক কেনেকৈ শুশ্ৰূষা কৰিব লাগে। মৃত্যুৰ আগ মুহূৰ্ত্তত যেতিয়া এটা লৰাই ছটফটাব ধৰিছে তেতিয়া মালট্বিয়ে ষ্টিভেন্‌ছনৰ ট্ৰেজাৰ আইলেণ্ডৰপৰা এটা অধ্যায় পঢ়ি তাক শুনাইছে। কিন্তু ইতিমধ্যে এটা এটাকৈ ছয়োটা ল'ৰা মৃত্যুৰ মুখত পৰিল। ভাগ্যৰ বলত অৱশ্যে ঘৈণীয়েক সেইবাৰলৈ ৰক্ষা পৰিল। কিছু দিন পিছত ঘৈণীয়েকৰ প্ৰসব বেদনা উপস্থিত হ'ল। কিন্তু মালট্বিৰ সেই বিষয়ে চিন্তা নাই। আগৰ দৰে চিকামোৰ গছত উঠি তেওঁ আৰাম কৰিছে। ইপিনে ঘৈণীয়েকে এটা ল'ৰা জন্ম দি সংসাৰৰপৰা আঁতৰিল। এজনী চুবুৰীয়া তিৰোতাই কেঁচুৱাটো মালট্বিৰ হাতত তুলি দিয়াতহে তেওঁৰ জ্ঞান আহিল। অনভিজ্ঞ মালট্বিৰ বিপদৰ সীমা নোহোৱা হ'ল। তেওঁ বিমোৰত পৰিল। জেকব ষ্টাইজ্ নামৰ এজন

জাৰ্মান ভৃত্যক তেওঁৰ সহায়কাৰী হিচাবে নিযুক্ত কৰিলে। ছাগলী এজনী কিনি আনি তাৰে গাখীৰ খুৱাই ল'ৰাটো ডাঙৰ কৰিলে। ল'ৰাৰ নাম ৰখা হ'ল ৰবি। ল'ৰা লাহে লাহে ডাঙৰ হ'ল নগ্ন দৰিদ্ৰতাৰ মাজত। ওচৰৰ মানুহে মালট্বিৰ অকৰ্মণ্যতা আৰু অলসতাৰ বাবে দোষ দিলে। কিন্তু মালট্বিয়ে এইবোৰ নুশুনে। ওচৰৰ কোনো মানুহৰ লগত তেওঁৰ সম্বন্ধ নাই। ৰবিৰ বয়স ছবছৰ হোৱাত শিক্ষা বিভাগৰপৰা তাক স্কুললৈ পঠোৱাৰ নিৰ্দেশ আহিল। ৰবিয়ে স্কুললৈ যোৱাত অনিচ্ছা প্ৰকাশ কৰিলে। বাপেকৰো ইচ্ছা নাই যে ৰবি স্কুললৈ যায়। কিন্তু উপায় নাই। আইন মানি চলিব লাগিব। অগত্যা ৰবি স্কুললৈ গ'ল। তাৰ গাত ফটাছিটা কাপোৰ। মূৰৰ চুলি কুৰকুটা। ভৰিত জোতা নাই। মালট্বিৰ সম্বন্ধে ল'ৰাবোৰে নানান সাধু শুনিছে। তথাপি সিহঁতে ৰবিক জোকাব সাহ নকৰিলে। লেখাপঢ়াৰ প্ৰতি ৰবিৰ আগ্ৰহ কম, কিন্তু নতুন নতুন খেল উলিওৱাত সি পটু। লগৰীয়াসকলক সি বহুত নতুন নতুন খেল শিকালে।

সিহঁতেও ৰবিক নেতা হিচাবে গ্ৰহণ কৰিলে। ৰবিয়ে এদিন বাপেকৰপৰা চোৰাংচোৱা খেলৰ কথা শুনিলে। ল'ৰাৰ মাজত সি এটা দল গঠন কৰিলে। জাপানী ল'ৰা টাকাছি কেটোক কেন্দ্ৰ কৰি এই খেলৰ আৰম্ভ হ'ল। টাকাছিৰ অনুৰোধত অৱশ্যে তাকো দোভাষী হিচাবে দলভুক্ত কৰা হ'ল।

মিছ্ মৰগাণ স্কুলৰ শিক্ষয়িত্ৰী। মালট্বিক দেখা কৰাৰ আগ্ৰহ তেওঁৰ মনত জাগিল। এদিন তেওঁৰ ঘৰলৈ গৈ মৰগাণে চোৰাংচোৱা খেলৰ নমুনাও দেখিবলৈ পালে। খেলত মালট্বি আৰু জেকবেও যোগ দিছিল। ইয়াৰ পিছত এদিন শিক্ষা-বিভাগৰ কেইজনমান মূৰব্বীয়ে স্কুল পৰিদৰ্শন কৰিলে। তেওঁলোকে ৰবিৰ দৰিদ্ৰতাৰ কথা আগৰেপৰা শুনি আছিল। তাৰ ভৰিত জোতা নাই, তাৰ গাত ফটা কাপোৰ। দয়া কৰি এগৰাকী

মহিলাই ৰবিৰ কাৰণে জোতা আৰু কিছু কাপোৰ-কানি লৈ আহিছে। মিছ্ মৰগাণে ল'ৰাটোক মাতি আনি সেইখিনি তাৰ হাতত দিব লাগে। মৰগাণে আপত্তি তুলিলে। দৰিদ্ৰ হলেও ৰবিৰ আত্ম-সন্মান আছে। তাৰ উদণ্ড মনে আনৰ করুণা গ্ৰহণ নকৰে। তথাপি ৰবিক মতা হ'ল। কাপোৰৰ টোপোলাটো তাৰ হাতত তুলি দিয়াও হ'ল। কিন্তু সি হলে মুখেৰে নামাতিলে। এজনে কোৱাত টোপোলাটো খুলিলে। তাৰ চকুত পৰিল ছুযোৰ জোতা আৰু আন আন কিছুমান কাপোৰ। ৰবিয়ে হঠাতে টোপোলাটো তাতে এৰি থৈ দৌৰি তাৰপৰা আঁতৰি গ'ল। সেইদিনাৰপৰা সি স্কুললৈ অহা নাই। কেইদিনমান পিছত মিছ্ মৰগাণে মালট্বি আৰু ৰবি ছুয়োকে বাছৰ কাৰণে অপেক্ষা কৰি থকা লগ পালে। ছুয়োৰো গাত কম দামী নতুন পোছাক। মালট্বিৰ দীঘল দাড়িকোছা খুৰোৱা হৈছে। তেওঁ ছান ফ্ৰান্সিছ্‌কোলৈ যাব। ল'ৰাটোক দাৰিদ্ৰ্যৰ মাজত ডাঙৰ-দীঘল হবলৈ এৰি দিয়া তেওঁৰ উচিত হোৱা নাই। সেই বাবে তেওঁ ছুনাই চাকৰি কৰিব।

গল্পটোত জুনিয়াছ্ মালট্বিক সমাজৰপৰা আঁতৰাই আনি তেওঁৰ কাৰ্য্য-কলাপ আৰু মানসিক ক্ৰিয়া প্ৰতিক্ৰিয়া দেখুৱা হৈছে। সমাজৰ মাজেদিয়ে মানুহ সভ্যতাৰ উচ্চ শিখৰত আৰোহণ কৰা পথত আগ বাঢ়িছে সন্দেহ নাই। কিন্তু সামাজিক ৰীতি-নীতিয়ে মানুহৰ মাজত জ্বলাই দিছে অশান্তিৰ তুষানল। মালট্বি আৰু ৰবিৰ যেতিয়া সমাজৰ লগত সম্বন্ধ নাছিল তেতিয়া তেওঁলোক ছুখ-শোকৰ ওপৰত আছিল। নগ্ন দৰিদ্ৰতাৰ মাজত ডাঙৰ-দীঘল হৈয়ো ৰবিয়ে সদায় আনন্দত ওপঙি ফুৰিছিল কিন্তু মহিলা গৰাকীৰ বদান্যতাই ৰবিৰ মনলৈ আনিলে মানসিক অশান্তি। অভাৱৰ অতৃপ্ত তাড়না সি অনুভব কৰিলে। তাৰ যোগেদি মালট্বিয়েও নিষ্ঠুৰ বাস্তব জগতৰ ছবি দেখিবলৈ পালে। সেয়েহে

বুঢ়া কালতো মালটুবি ওলাই আহিল চাকৰিৰ নাগপাশেৰে আৱদ্ধ হবলৈ।

ষ্টীন্‌বেকৰ গল্পৰ মাজত এটা সামাজিক ছাপৰ প্ৰাধান্য লক্ষ্য কৰা যায়। কিন্তু সমাজ-সংস্কাৰক হিচাবে আমি তেওঁক নাপাওঁ। মানুহ-মানুহৰ মাজত থকা পাৰ্থক্য দেখিবলৈ পাই তেওঁ সময়ে সময়ে গুমৰি উঠিছে। কেতিয়াবা কেতিয়াবা মধ্যবিত্ত শ্ৰেণীক ইতিকিং কৰিবলৈকো তেওঁ এৰা নাই। তথাপি তেওঁ মানুহৰ প্ৰতি আৰু মানব সমাজৰ প্ৰতি সহানুভূতিশীল। কিছুমান চৰিত্ৰৰ মাজেদি তেওঁ মানবৰ মহৎ গুণৰ প্ৰকাশো কৰিছে। মানব-মনৰ স্বাধীনতাৰ তেওঁ পূজক। ব্যক্তিক ব্যক্তি হিচাবে চিত্ৰিত কৰাৰ ইচ্ছা তেওঁৰ কেতিয়াবা নাই যেন লাগে। কোনো কোনো ক্ষেত্ৰত মানুহৰ এটা গোৰ্ট বা দলক তেওঁ ব্যক্তি হিচাবে চাবলৈ ইচ্ছা কৰে। কিন্তু যিটো দৃষ্টিকোণৰপৰাই তেওঁ মানুহৰ চৰিত্ৰ বিশ্লেষণ নকৰক, মানব-মনৰ স্বাধীনতাৰ ওপৰত তেওঁ সদায় তীক্ষ্ণ দৃষ্টি ৰাখিছে।

দুটি গল্পৰ মাজেদি আধুনিক জীবনৰ জটিল সমস্যাৰ ছবি ফুটি উঠিছে দুজন কৃতী ফৰাচী গল্প-লেখকৰ হাতত। এজন জ্যঁা পল ছাৰ্ত্রে আৰু আনজন এল্‌বাৰ্ট কেমু। দুয়োজন সমসাময়িক লেখক হলেও দুয়োজনৰ দৃষ্টিভঙ্গী আৰু ৰচনা-ৰীতিৰ মাজত সাদৃশ্যতকৈ বৈসাদৃশ্যই বেছি। ফৰাচী লেখকসকলৰ সৰহ ভাগেই নাটক আৰু উপন্যাসৰ ওপৰত বেছিকৈ মনযোগ দিয়া চকুত পৰে। মানব-জীবনৰ মূল সমস্যাক কেন্দ্ৰ কৰি বৈ যোৱা ফৰাচী সাহিত্যৰ অখণ্ড সুঁতিৰ পিনে পৃথিৱীৰ সকলো জাতিয়েই শ্ৰদ্ধা আৰু আদৰৰ চকুৰে চায়। কলাকাৰ হিচাবে ফৰাচী লেখকসকলে অকল জীবনৰ মৌলিক প্ৰশ্নৰে আলোচনা কৰা নাই, কিন্তু সেই প্ৰশ্ন তুলি ধৰিছে বিশেষ কলা-চাতুৰ্য্যৰ মাজেদি। জোলা আৰু মোপাছাঁৰপৰা আৰম্ভ কৰি ছাৰ্ত্রে আৰু কেমুলৈকে সকলোৰোৰ কৃতী লেখকৰ লেখাতে ফুটি

জ্যঁা পল ছাৰ্ত্রে
১৯০৫—

উঠিছে কলাকাৰৰ সুদক্ষ হাতৰ পৰশ। বিশেষ এটা মতবাদৰ অধীন হলেও ছাত্ৰৰ লেখাতো ইয়াৰ অভাব হোৱা নাই। ছাত্ৰৰ নিজা মতবাদ স্পষ্ট কৰাৰ আকাঙ্ক্ষা যিমানেই প্ৰবল নহওক লাগে আৱশ্যক হলে কলাকাৰৰ প্ৰতিভাবে তাক নিয়ন্ত্ৰিত কৰাৰ ক্ষমতা তেওঁৰ আছে। তেওঁৰ সৰহ ভাগ লেখাৰ মাজেদি যি জীৱন-দৰ্শন ফুটাই তোলা হৈছে তাৰ দৌৰাত্ম্যত গল্প বা উপন্যাসৰ ৰমণীয়তা আঁতৰি যোৱা নাই। পল ছাত্ৰে আধুনিক যুগৰ এজন প্ৰখ্যাত নাট্যকাৰ, ঔপন্যাসিক আৰু গল্প-লেখক।

ছাত্ৰে অস্তিত্ববাদী ( existentialist )। দাৰ্শনিক চিন্তাধাৰা হিচাবে অস্তিত্ববাদৰ ইতিহাস ডেনমাৰ্কৰ দাৰ্শনিক কাৰ্কেগাৰ্ডৰ দিনৰপৰা আৰম্ভ হয়। জাৰ্ম্মান দাৰ্শনিক হেগেলৰ দাইলেক্‌টিকছৰ প্ৰতিক্ৰিয়া স্বৰূপে ইয়াৰ জন্ম। কাণ্টৰ মানসিক বিশ্লেষণ আৰু হেগেলৰ ভাবৰ ক্ৰম-বিকাশৰ সহায়েৰে জীৱনৰ সন্ধিক্ষণত কোনো সিদ্ধান্তত উপনীত হোৱা নাযায়। মানুহৰ জ্ঞানৰ ওপৰত হাজাৰ বিজাৰ পুথি লিখা হৈছে সঁচা কথা। এই পুথিবোৰৰ ওপৰত লিখা সমালোচনাও দেধাৰ। কিন্তু মানুহৰ ব্যক্তিত্ব বিসৰ্জন নিদিয়াকৈ সত্য নিৰূপণৰ চেষ্টা জগতত বিৰল। কাৰ্কেগাৰ্ডে সেইবাবে মানুহৰ ব্যক্তিত্বৰ ওপৰত সকলো গুৰুত্ব আৰোপ কৰি সত্য বিষয়ীগত অৱস্থা বুলি ঠাৱৰ কৰিছে। অস্তিত্ববাদৰ প্ৰভাৱ লাহে লাহে কলা আৰু সাহিত্যৰ ওপৰতো পৰিব ধৰিলে। এই মতবাদৰ সমৰ্থনকাৰী লোকবো সংখ্যা লাহে লাহে বাঢ়িল। কিন্তু এওঁলোকৰ ভিতৰতে দুটা দলৰ সৃষ্টি হ'ল। এদল আস্তিক আৰু আনদল নাস্তিক। প্ৰথম দলৰ ভিতৰত হ'ল কাৰ্ল জেছ্‌পাৰ্ছ, গেব্ৰিয়েল মাৰ্ছেল আদি আৰু দ্বিতীয় দলৰ ভিতৰত হ'ল হিডেগাৰ, পল ছাত্ৰে প্ৰভৃতি। কাৰ্কেগাৰ্ডৰ দৰে ছাত্ৰেও ব্যক্তিৰ ওপৰতে সকলো গুৰুত্ব দিছে। ঈশ্বৰৰ অস্তিত্ব কল্পনা কৰি নললে এটা বাস্তব সত্য পোনতে আমাৰ চকুত ভাঁহি উঠে। সেইটো হৈছে

মানুহৰ অৱস্থিতি। ডেকাৰ্টে কোৱাৰ দৰে "মই সন্দেহ কৰোঁ গতিকে মই আছোঁ।" মানুহৰ প্ৰকৃতিৰ সম্বন্ধে সূত্ৰ দাঙি ধৰাৰ আগতে মানুহৰ অস্তিত্ব স্বীকাৰ নকৰি নোৱাৰি। মানুহ স্বাধীন আৰু মুক্ত। মানুহৰ দৈহিক আৰু মানসিক বিকাশৰ ক্ষেত্ৰত নাথাকে কোনো বহিঃশক্তিৰ অজ্ঞাত নিয়ন্ত্ৰণৰ প্ৰভাৱ। মানব-প্ৰকৃতি বুলি এটা কথা নাই কিয়নো এনে প্ৰকৃতিৰ ধাৰণা পোষণ কৰিবলৈ ঈশ্বৰো নাই। মানুহৰ কেৱল অস্তিত্বহে স্বীকাৰ্য্য। নিজ চেষ্টাৰ বলত মানুহে নিজক গঢ়ি তোলে। নিজৰ অভিজ্ঞতাৰ যোগেদি তেওঁ সত্যৰ আভাস পায়। সত্যও ব্যক্তিৰ-এক মানসিক অৱস্থাৰ ৰূপহে। মানুহ জড়পিণ্ড নহয়। তাৰ মন আছে। সি নিজকে পৰ্য্যালোচনা কৰি চাব পাৰে আৰু নিজকে নিয়ন্ত্ৰিতো কৰিব পাৰে। বিশেষ আবেষ্টনীৰ মাজত মানুহ ডাঙৰ-দীঘল হয়। কিন্তু এই আবেষ্টনী পৰিবৰ্ত্তনৰ ক্ষমতাও তাৰ আছে। ৰিপুৰ দ্বাৰা মানুহ পৰিচালিত নহয়, কিন্তু নিজৰ দুৰ্বলতাৰ কাৰণে সি ৰিপু-পৰবশ হব পাৰে। ৰিপুক দমন কৰি মহৎ জীৱন যাপন কৰাৰ ক্ষমতাও তাৰ হাতত। ভাল-বেয়া সকলো ৰকমৰ কামৰ দায়িত্ব ব্যক্তিৰ নিজৰ। কিন্তু এই দায়িত্ব আনৰো, সকলৰো। কৰ্ত্তব্যৰ দোমোজাত যেতিয়া ব্যক্তিয়ে হাহাকাৰ কৰি সমাধান বিচাৰে তেতিয়া দাৰ্শনিক মতবাদে তাৰপৰা উদ্ধাৰৰ উপায় দিব নোৱাৰে। দাতাকৰ্ণই যেতিয়া ভিক্ষুক ব্ৰাহ্মণৰ ক্ৰূৰ দাবী মানি লৈ আপোন পুত্ৰৰ শিৰশ্ছেদ কৰিবলৈ ওলাইছিল তেতিয়া সেই সিদ্ধান্তও কৰিবলগীয়া হৈছিল কৰ্ণই নিজে। এই ক্ষেত্ৰত কৰ্ণৰ অন্তৰত উদ্ভৱ হৈছিল বেদনা আৰু ইয়াৰ কাৰণে সমস্যাটো কেউফালৰপৰা বিচাৰ কৰি চাবলৈ তেওঁ বাধ্য হৈছিল। এজন সৈন্যাধ্যক্ষই শত্ৰুক আক্ৰমণ কৰিবলৈ হুকুম দিয়াৰ সময়তো তেওঁৰ মনত এনে এক বেদনাৰে উদ্ভৱ। আক্ৰমণ কৰিলে কি লাভালাভ হব, এই মুহূৰ্ত্তত আক্ৰমণ কৰা উচিত নে অনুচিত ইত্যাদি

সকলো প্ৰশ্নৰ বিচাৰ কৰিছে তেওঁ হুকুম দিয়ে। কোনো এক নিৰ্দিষ্ট মানৱ ওপৰত নিৰ্ভৰ কৰি জীৱনৰ জটিল সমস্যাৰ সমাধান সম্ভৱ নহয়। জীৱনৰ মানবিলাকৰ স্বীকৃতিও কাল্পনিক স্বীকৃতিহে। এইবোৰ থকা আৰু নথকা একেই কথা, কিয়নো এইবোৰ হৈ থাকে সদায় উপেক্ষিত। এইবোৰ যেন অন্তঃসাৰশূন্য শব্দ-ধ্বনিহে। ব্যক্তি আৰু জগত শব্দ-মাত্ৰ-সাৰ নহয়। ব্যক্তিৰ হয় বিকাশ, আৰু সেই বিকাশ হয় উদ্দেশ্য অনুসৰি। এই বিকাশৰ ক্ষেত্ৰ অসীম নহয়, সীমিত। ব্যক্তিৰ যোগ্যতা অযোগ্যতা নিৰূপিত হয় আপোন কাৰ্য্যৰ মাজেদি। ব্যক্তি মূলতে ভাল বা বেয়া নহয়। কাৰ্য্যৰ মাজেদিহে ব্যক্তিৰ স্বৰূপ প্ৰকাশিত হয়। কোনো এজন ব্যক্তিক দেশপ্ৰেমিক বুলি কোৱাৰ আগতে তেওঁৰ কাৰ্য্যৰ মাজেদি দেশপ্ৰেমৰ চিনাকি পাব লাগে। আন এজনক প্ৰতিভাশালী লোক বুলিও ভবা অনুচিত যদি কলা, বিজ্ঞান বা আন ক্ষেত্ৰত তেওঁ প্ৰতিভাৰ পৰিচয় দিব পৰা নাই। ঠিক একেদৰেই প্ৰেম নিৰৰ্থক যেতিয়ালৈকে কাৰ্য্যৰ মাজেদি সি দৃষ্ট নহয়। সাধুতা, বদান্যতা প্ৰভৃতি আন সদ্গুণবোৰৰ ক্ষেত্ৰতো এই একে কথাই খাটে। আৰ্টৰ ক্ষেত্ৰতো জীৱনৰ এই আদৰ্শবোৰক নিত্য সত্য বুলি গ্ৰহণ কৰিব নোৱাৰি। মানুহে নিজেই নিজৰ জীৱন তৈয়াৰ কৰে। ভাল কৰিলে তাৰ হয় ভাল আৰু বেয়া কৰিলে সি কৰে দুখ ভোগ। মানুহে যি কাম কৰিবলৈ চেষ্টা কৰে আৰু যি কামত তেওঁ কৃতকাৰ্য্যতা লাভ কৰে, আৰু যি কামত অকৃতকাৰ্য্য হয়, এই আটাইবোৰৰ সমষ্টিয়ে তেওঁৰ জীৱন। এই জীৱন সাৰ্থক হবও পাৰে আৰু অসাৰ্থকো হব পাৰে। কিন্তু এই দুয়ো ক্ষেত্ৰতে মানুহে নিজৰ দায়িত্ব নিজেই বহন কৰে। প্ৰতিকূল পাৰিপাৰ্শ্বিকতাৰ কাৰণে মানুহৰ জীৱন অসাৰ্থক হোৱাৰ কথা সমাজত চলতি হৈ থাকিলেও আচলতে অসাৰ্থকতাৰ বাবে দায়ী ব্যক্তি নিজেইহে পাৰিপাৰ্শ্বিকতা নহয়। পল ছাত্ৰে অস্তিত্ববাদৰ মাজত বিচাৰি পাইছে এক নতুন মানৱতা। ব্যক্তিৰ উদ্দেশ্য

যিমানেই ব্যক্তিগত নহওক তাৰ ভিতৰত এটা সাৰ্বজনীন মূল্য আছে। কিন্তু এই মূল্য আগৰপৰা তৈয়াৰ হৈ থকা মূল্য নহয়। ব্যক্তিয়ে আপোন কাৰ্য্য-পালনৰ ক্ষেত্ৰত ইয়াৰ প্ৰতি সজাগ হয় আৰু আনৰ কাৰ্য্য উপলব্ধিৰ সময়ত ইয়াৰ দ্বাৰা পৰিচালিত হয়। এই মূল্য স্থিতিশীল নহয়—গতিশীল আৰু যুগ-সাপেক্ষ।

ছাৰ্ত্ৰৰ দ্বাৰা ৰচিত গল্পসমূহত অস্তিত্ববাদৰ প্ৰভাৱ সদায় আছে। তেওঁৰ গল্প বুজিবলৈকো অস্তিত্ববাদৰ তত্ত্ব অবগত হোৱাৰ দৰ্কাৰ। "দি চাইল্ডহুদ্ অব্ এ লীদাৰ" এটা যথেষ্ট দীঘল গল্প। শৈশৱ-কালৰপৰা আৰম্ভ কৰি প্ৰকৃত জীৱনত প্ৰৱেশ কৰা সময়লৈকে লুছিএঁৰ জীৱনৰ দীঘল কালছোৱাৰ মাজত উপস্থিত হোৱা নানান জটিল মানসিক সংঘাতৰ চিত্ৰ এই গল্পৰ যোগেদি তুলি ধৰা হৈছে। আধুনিক-যুগত মানুহৰ শৈশৱকালৰ ওপৰতো পৰিছে নানান মতবাদৰ প্ৰভাৱ আৰু শিশুৰ সঙ্গীসকলো হৈছে ভিন ভিন কমপ্লেক্ছৰ দ্বাৰা পীড়িত। লুছিএঁ মাক-বাপেকৰ একমাত্ৰ আদৰৰ সন্তান। সি ডাঙৰ হৈছে আদৰ-স্নেহৰ প্ৰাচুৰ্য্যৰ মাজত। খেলৰ সামগ্ৰীৰ তাৰ অভাৱ নাই। নানা তৰহৰ পুতলাৰ লগত সি খেলে। পুতলাবোৰ ভাঙিছিঙি পৰীক্ষা কৰি চোৱা তাৰ স্বভাৱ। পিতাকৰ খুৰেৰে পুতলাৰ হাত-ভৰি কাটি অঙ্গহীন কৰাত তাৰ আনন্দ। জীয়া ফৰিংবোৰ ধৰি ধৰি ঠেং ছিঙি সি চায় মৃত্যুৰ তাড়নাত সিহঁতে কেনেকৈ জঁপিয়াই উঠে। বিৰি লুছিএঁৰ শৈশৱৰ লগৰী। দুয়োৰে দুষ্টালি প্ৰকাশিত হয়। শিশুৰ দুষ্টালি। আনে তাক নাজানে। বাপেকৰ লগত লুছিএঁ কেতিয়াবা ফুৰিবলৈ ওলায়। বনুৱাসকলে বাপেকক নমস্কাৰ জনায়। কাৰখানাৰ মালিক তেওঁ। সি মনতে গৰ্ব অনুভৱ কৰে। বাপেকে লুছিএঁক কোলাত তুলি লয়, তাক শিকায় বনুৱাসকলৰ ওপৰত কেনেকৈ প্ৰভুত্ব কৰিব লাগে। লুছিএঁৰ পঢ়া আৰম্ভ হ'ল। যোগ্যতাৰ পৰিচয়ো দিলে সি। তথাপি তাৰ জীৱনলৈ নামি আহিল নানান প্ৰশ্ন, ভাল-বেয়া সকলোকে জনাৰ

প্ৰতি এক অস্থিৰ অনুসন্ধিৎসা। তাৰ মনত মাজে মাজে মানুহক অনাবৃত অৱস্থাত দেখাৰ আকাঙ্ক্ষা জাগে। কেতিয়াবা কেতিয়াবা সি খিৰিকীৰ ফাকেৰে আনক জুমি চায়। কেতিয়াবা টেলিস্কোপ লয়। এনে সময়তে তাৰ মনত প্ৰশ্ন জাগে "মই কোন?" সি আত্ম-সমালোচনা কৰিবলৈ ইচ্ছুক হয়। সি নিজকে ভাল ছাত্ৰ বুলি ভাবে। আচলতে সি ভাল ছাত্ৰ নহয়। ভাল ছাত্ৰই কামত আনন্দ পায়। সি নাপায়। সি দুখহে পায়। বেদনা-সিক্ত অন্তৰেৰে সি চিন্তা কৰে সি কি হব। কেতিয়াবা কেতিয়াবা সি ভাবে সি যেন নিজেই নাই। কেতিয়াবা কেতিয়াবা তাৰ টোপনি নাহে। সি অনুভৱ কৰে তাৰ জ্বৰ উঠিছে। কিন্তু পিতাক-মাকে ভাবে লুছিএঁ ডাঙৰ-দীঘল হৈছে। সি স্বাস্থ্যবান। একো একোবাৰ লুছিএঁ ভাবে সি নাই, তাৰ মাক-বাপেকো নাই আৰু বিৰিও নাই। সকলো যেন ৰঙ্গমঞ্চৰ ভাৱৰীয়া। সি দৰ্শনৰ অধ্যাপকৰ কাষ চাপে, সোধে—মানুহৰ অস্তিত্ব নাই বুলি কোনোবাই প্ৰমাণ কৰিব পাৰে নেকি? অধ্যাপকে উত্তৰ দিয়ে, মানুহৰ যেহেতু নিজৰ অস্তিত্ব সন্দেহ কৰাৰ অধিকাৰ আছে সেই হেতুকে মানুহৰ অস্তিত্বও আছে। দাৰ্শনিক তথ্যই তাৰ মনত বিশ্বাস জন্মাব নোৱাৰে। সি মনতে ভাবে, কাৰ্য্যেৰে সি প্ৰমাণ কৰিব মানুহৰ অস্তিত্ব নাই। মাকৰ বিভল্‌ভাৰৰ প্ৰতি সি আকৃষ্ট হয়। সি নিজকে হত্যা কৰিব। তাৰ মনৰ মাজলৈ আহিল অবৰ্ণনীয় হতাশা। কিন্তু আত্মহত্যা কৰা তাৰ নহ'ল। বন্ধৰ পিছত সি আকৌ স্কুললৈ গ'ল। এই সময়তে বাৰ্লিয়াকৰ লগত তাৰ ঘনিষ্ঠতা বাঢ়িল। আত্মহত্যা কৰাৰ কথা সি বাৰ্লিয়াকক কলে। সি বাৰ্লিয়াকৰ ঘৰলৈ গ'ল। বাৰ্লিয়াকৰ মাকে কলে যে তেওঁলোক আটায়ে যোৱা মহাযুদ্ধৰ বেদীলৈ আগবঢ়োৱা বলি। স্কুলত বাৰ্লিয়াকে লুছিএঁক সুধিলে সি ছাইকো-এনেলেছিছ পঢ়িছে নে নাই। বাৰ্লিয়াকে পঢ়িছে। সি স্বীকাৰ কৰিলে যে

এসময়ত সি মাকৰ লগত শোৱাৰ কল্পনা কৰিছিল। লুছিএঁৰ মনতো নিশ্চয় এনে কল্পনা জাগিছিল। ছাইকো-এনেলেছিছৰ পুথি লুছিএঁ পঢ়িলে। সি বুজিলে সি কম্প্লেক্ছেৰে পীড়িত। নিজৰ মগ্ন চৈতন্যৰ মাজত লুছিএঁ আপোন সত্তা বিচাৰি পালে। লুছিএঁ কবিতা লিখিলে। কিন্তু তাৰ মনৰপৰা অশান্তি আঁতৰি নগ'ল। মাকৰ ওচৰলৈ গলে সি এতিয়া নিজকে অপৰাধী অপৰাধী বুলি ভাবে। ইদিপাছ কম্প্লেক্ছৰ প্রতি সি হৈছে সচেতন। কিন্তু এই কম্প্লেক্ছৰ ওপৰলৈ সি উঠিব খোজে। বাৰ্লিয়াকৰ তেনে ইচ্ছা নাই। লুছিএঁ ভাবে যে কোনো যুৱতীৰ সান্নিধ্য পালে তাৰ মনৰ দুৰ্বলতা আঁতৰিব। এনে সময়তে এখন হোটেলত তাৰ বাৰ্গাৰেৰ লগত দেখা হয়। বাৰ্গাৰে এজন ছুৰ-ৰিয়ালিষ্ট। লুছিএঁৰ কথা তেওঁ বাৰ্লিয়াকৰ মুখে শুনিছে। লুছিএঁৰ জীৱনলৈ আহিছে দিছ্অৰ্ডাৰ, বিশৃঙ্খলতা। বাৰ্গাৰেৰ লগত লুছিএঁৰ সম্বন্ধ গঢ়ি উঠিল। এই সম্বন্ধ লাহে লাহে গাঢ় হ'ল। দুয়ো একেলগে আন এখন ঠাইলৈ ফুৰিবলৈ গ'ল। ইয়াতে লুছিএঁ যি অভিজ্ঞতা লাভ কৰিলে তাৰপৰা বাৰ্লিয়াক আৰু বাৰ্গাৰেৰ প্রতি তাৰ উপজিল বিতৃষ্ণা, গভীৰ বিতৃষ্ণা। সি মনতে ভাবিলে বাৰ্গাৰেক সি হত্যা কৰিব। বাৰ্গাৰে তাক প্ৰলোভিত কৰিছিল। কিন্তু সি ৰক্ষা পৰিল নৈতিক স্বাস্থ্যৰ কাৰণে। লুছিএঁ ঘৰলৈ আহিল। ঘৰৰ পৰিবেশ আৰু আন বন্ধুসকলৰ লগত সি যেন শান্তি লাভ কৰিলে। পিতাকে তাক কাৰখানা পৰিচালনাৰ সম্বন্ধে উপদেশ দিলে। পিতাকৰ মৃত্যু হলে লুছিএঁই কাৰখানা চলাব লাগিব। লাহে লাহে লুছিএঁ বুজিলে সি সক্রিয় হৈ কামত নামিব লাগিব। কল্পনাত বুৰ গৈ থাকিলে সি সকলো হেৰুৱাব। ভিন ভিন বস্তুৰ প্রতি তাৰ নতুন অনুৰাগ জন্মিল। এই বস্তুবোৰৰ আঁৱৰ্ত সি নিজকে দেখা পালে। কিন্তু সি দেখা পালে অস্পষ্টভাৱে। সি এতিয়াও জীৱন-সত্তা সম্যকৰূপে

উপলব্ধি কৰিব পৰা নাই। বাৰ্থে এজনী গাভৰু ছোৱালী। কাৰখানাৰ বনুৱাৰ জীয়েক। কেইদিনমানৰ কাৰণে বাৰ্থে লুছিএঁ হঁতৰ ঘৰত কাম কৰিছে। এদিন সি বাৰ্থেক কোলাত বহুৱাই মৰম জনালে। কিন্তু নিজৰ ওপৰত সি সংযম হেৰুৱাই নেপেলালে। অক্টোবৰত সি আকৌ স্কুললৈ গ'ল। নতুন নতুন বন্ধু তাৰ গঢ়ি উঠিল। লেমোৰ্দা এজন নতুন ছাত্ৰ, লুছিএঁতকৈ বয়সত ডাঙৰ। গুইগাঁ আন এজন বন্ধু। গুইগাঁৰ সহায়ত লুছিএঁৰ যুৱতী বান্ধৱী লাভ হ'ল। লেমোৰ্দাৰ ৰাজনীতিৰ লগত সম্বন্ধ। তেওঁৰ দৃষ্টিভঙ্গী বাস্তৱ। লুছিএঁ বুজিলে যে পাৰিপাৰ্শ্বিকতাৰপৰা সি আঁতৰি আছিছে আৰু অকলে মনোৰাজ্যতে বিচৰণ কৰি আছে। লেমোৰ্দাহঁতৰ সংঘলৈ সি মাজে সময়ে গ'ল। ৰাজনীতি আলোচনা কৰা সভা-সমিতিৰ প্ৰতিও তাৰ আকৰ্ষণ বাঢ়িল। শেহত সি দলভুক্ত হ'ল। যুৱতী বান্ধৱীৰ লগত তাৰ দেখা হ'ল। যুৱক-যুৱতীৰ মিলন হ'ল। কেৱে দুঃখিত নহ'ল। লাহে লাহে লুছিএঁ নিজৰ ব্যক্তি-সত্তাৰ পৰিচয় পালে। তাৰ মনলৈ আহিল আত্মসন্মানৰ ভাব। সি বিচাৰি পালে কোনটো ৰুচিকৰ আৰু কোনটো ৰুচি-বিগৰ্হিত। সি ভাবিলে, যুৱতী বান্ধৱীৰ লগত সি দিন কটাব নোৱাৰে। বান্ধৱীৰ আন বন্ধুও নিশ্চয় আছে। গতিকে সি বিয়া কৰাব—নতুন ছোৱালী, উৰ্বশীৰ দৰে সুন্দৰী অথচ প্ৰেমিক-ভ্ৰমৰৰ চুমা-পৰশেৰে কলঙ্কিতা নোহোৱা মনেগঢ়া ৰূপহী। মনতে সি ল'ৰা-ছোৱালীৰ কথা ভাবিলে আৰু ভাবিলে পিতাকৰ কাৰখানা পৰিচালনাৰ কথা। তাৰ মনলৈ আহিল অভূতপূৰ্ব পৰিবৰ্ত্তন। জীৱনৰ বাটত উজুটি খাই ফুৰা চঞ্চলমনা এক বালক শক্তিমন্ত, দৃঢ়সংকল্প এটা নবীন যুৱকলৈ ৰূপান্তৰিত হ'ল।

এই দীঘলীয়া গল্পটোৰ মাজেদি অস্তিত্ববাদী চিন্তাধাৰা বাস্তৱ ৰূপত প্ৰকাশিত কৰা হৈছে। প্ৰকাশৰ চাকতাৰ কাৰণে গল্পৰ ভিতৰত লুকাই থকা তত্ত্ব ওপৰতে ওলাই থকা নাই। আৰম্ভণিৰ-

পৰা শেষলৈকে গল্পটোত আছে সূক্ষ্ম মনোবৈজ্ঞানিক বিশ্লেষণ। যি পটভূমিৰ ওপৰত গল্পটো ৰচিত হৈছে সেই পটভূমি আমাৰ সমাজত নাই। পাঠ্য অৱস্থাত ছাইকো-এনেলেছিছ্ আৰু ছুৰ-ৰিয়ালিজিমৰ প্ৰভাৱ আমাৰ দেশৰ ডেকাৰ ওপৰত কমেই পৰে। লুছিএঁৰ চৰিত্ৰত মানসিক দ্বন্দ্বৰ যি প্ৰবল নিপীডন আছে সেই নিপীডনৰ তাড়না আধুনিক যুগৰ ডেকাৰ ওপৰত পৰিলেও আমাৰ দেশত তাৰ তীব্ৰতা অনুভূত হোৱা নাই। সমাজৰ নৈতিক মানদণ্ডেৰে জুখিলে গল্পটোৰ ভিতৰত শ্লীলতাৰ বাহিৰত থকা ভালেমান কথা আৰু কাৰ্য্যই আছে। কিন্তু লেখকে সামাজিক মানদণ্ডৰ সহায় নোলোৱাকৈ এক অনভিজ্ঞ শিশুক অৰ্থহীন এক পৰিবেশৰ মাজত তুলি ধৰিছে। যি আবেষ্টনীৰ মাজত ব্যক্তিৰ জন্ম হয় সেই আবেষ্টনী ব্যক্তিৰ প্ৰতি নিৰৰ্থক। ব্যক্তিয়ে আপোন চেষ্টাৰে নিৰৰ্থক পাৰিপাৰ্শ্বিকতাৰ মাজত অৰ্থ বিচাৰি উলিয়াবলৈ চেষ্টা কৰে। বহুতেই হয় পৰাজয়ৰ সম্মুখীন। কিন্তু এই জয়-পৰাজয়ৰ মাজতে আছে ব্যক্তি-জীৱনৰ সাৰ্থকতা। সমাজৰ চকুত অতি হেয় আৰু জঘন্য কাৰ্য্যৰ লগতো ব্যক্তি হৈ পৰে জড়িত। যেতিয়ালৈকে জঘন্যতা আৰু কদৰ্য্যতা সমাজত আছে তেতিয়ালৈকে তাৰপৰা সম্পূৰ্ণ আঁতৰত থকা সম্ভৱ নহয়। সুস্থ, সবল ব্যক্তি জঘন্য কামৰ লগত জড়িত হলেও তাৰ ওপৰলৈ উঠে; সি জয়ী হয়। আনহাতে অসুস্থ জনে পঙ্কিলতাৰ মাজতে বুৰ গৈ নিষ্ক্ৰিয় হৈ পৰে। নিষ্ক্ৰিয় হয় সমাজৰ ফালৰপৰা, জীৱনৰ ফালৰপৰা। লুছিএঁৰ মনত বেদনাৰ সঞ্চাৰ হৈছে (anguish)। সি সন্দিহান হৈ পৰিছে নিজৰ অস্তিত্ব সম্বন্ধে। সি ভাবিছে আত্মহত্যা কৰাৰ কথা, নিজৰ অস্তিত্ব বিলুপ্তি-সাধনৰ কথা। দ্বিতীয় স্তৰত তাৰ মনলৈ আহিছে কৰ্ত্তব্য-অকৰ্ত্তব্যৰ দ্বন্দ্ব (abandonment)। সি তাৰ কাৰ্য্যাৱলী জুখি চাবলৈ পোৱা নাই একো মানদণ্ড। ধৰ্ম, মনোবিজ্ঞান, শিল্প, সকলোৰেপৰা সি পাবলৈ বিচাৰিছে মানসিক

সংঘাতৰ অবসান। শেষত তাৰ মনলৈ আহিছে সাহসৰ হতাশা। এই হতাশা নিষ্কৰ্মাৰ হতাশা নহয়। এই হতাশাই কৰ্মশক্তি নষ্ট নকৰে, কিন্তু বুজায় ব্যক্তিৰ সীমাবদ্ধ ক্ষমতা। আন হাতে ইয়ে যোগায় কৰ্মৰ প্ৰতি প্ৰেৰণা। ইয়াৰ সহায়ত জনা যায় সম্ভাবিত কৰ্মৰ পৰিধি। জীৱনত নানান খকা-খুন্দা খোৱাৰ পাছত লুছিএঁৰ মনত জাগিছে কৰ্ম-শক্তি আৰু ভবিষ্যত কৰ্ম-পন্থাৰ স্পষ্ট আভাস।

"ইণ্টিমেছি" আন এটা দীঘল গল্প। গল্পটোৰ মাজত আছে এগৰাকী নাৰীৰ সমুখত উপস্থিত হোৱা এটা জৈৱিক সমস্যা। লুলু বিবাহিতা নাৰী, স্বামী-অনুৰক্তা। স্বামীৰ পুৰুষত্বহীনতাৰ প্ৰশ্নই তাইৰ মগ্ন-চৈতন্যত লুকাই থকা নানান ভাব মনৰ পৰ্দাৰ ওপৰলৈ তুলি দিছে। তাইৰ বান্ধবীয়ে তাইক বাৰে বাৰে কৈছে, স্বামীক পৰিত্যাগ কৰিবলৈ। কিন্তু লুলুৰ. হেন্‌ৰীৰ প্ৰতি আছে মৰম। হেন্‌ৰীৰ অন্তৰত থকা অসহায় শিশুৰ হৃদয়-দৌৰ্বল্যৰ গম তাই পায়। হেন্‌ৰীৰ কথা ভাবিলে তাইৰ অন্তৰ স্নেহেৰে ভৰি উঠে। এদিনাখন এটা সামান্য কথাৰ কাৰণে তাই গিৰীয়েকক পৰিত্যাগ কৰি ঘৰৰপৰা ওলাই আহিল। প্ৰথমতে তাই বান্ধবীক লগ ধৰিলে। তাইৰ লগত লুলু বজাৰলৈ গ'ল। উভতি আহোঁতে হেন্‌ৰীয়ে তাইক বাটত লগ পালে। তেওঁ তাইক হাতত ধৰি টানিলে। লুলু তেওঁৰ ঘৰলৈ আহিব লাগে। লুলু হেন্‌ৰীৰ স্ত্ৰী। কিন্তু বান্ধবীয়ে এখন টেক্সি মাতি লুলুক আঁতৰাই লৈ আহিল এখন হোটেললৈ। ইয়াতেই ডেকা বন্ধুৰ লগত হ'ল তাইৰ মিলন। কিন্তু সুৰতি সম্ভোগৰ অন্তত তাইৰ মনত যি প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ল তাৰ তাড়নাতে নিশা অকলে পাগলীৰ দৰে তাই লৰি আহিল হেন্‌ৰীৰ ওচৰলৈ। হেন্‌ৰীৰ লগত তাইৰ বিচ্ছেদ হলেও সেই বিচ্ছেদ বন্ধুভাবেই হোৱা উচিত। কিন্তু শেহত বিচ্ছেদ নহ'ল। বন্ধুৰ লগত ইটালীলৈ গৈ সুখৰ জীৱন-যাপনৰ আকাঙ্ক্ষা তাই ত্যাগ কৰিলে। তাইৰ প্ৰেমিকলৈ চিঠি লিখি দিলে যে

তাই গিৰীয়েকৰ ওচৰলৈ উভতি যাব। তাই নাথাকিলে হেন্‌ৰী হব অসুখী।

গল্পটোৰ মাজেদি লুলুৰ কল্পনা-বিলাস আৰু মানসিক দ্বন্দ্বৰ ঘাত-প্ৰতিঘাত সহজ ভাষাৰে সুন্দৰকৈ ফুটাই তোলা হৈছে। এক অপদাৰ্থ স্বামীৰ লগত জীৱন-যাপনৰ পীডন তাই অনুভব কৰিলেও স্বামীৰ প্ৰতি থকা স্নেহৰ আকৰ্ষণ তাই ছিঙি পেলাব পৰা নাই। যুবক বন্ধুৰ লগত তাইৰ যি সম্বন্ধ সেই সম্বন্ধৰ মাধুৰ্য্য কল্পনাত যেনে আছিল বাস্তৱত তেনে অনুভূত নহ'ল। সমগ্ৰ জীৱনৰ ওপৰতে ক্ষণেকৰ বাবে জাগি উঠিল তাইৰ বিতৃষ্ণা। এনে এক জীৱনৰ কাৰণেই জানো মানুহে ধুনীয়া ধুনীয়া সাজপাৰৰ সৌৰভেৰে পৰী হবলৈ বিচাৰে ? জীৱনৰ নগ্ন ৰূপ বাস্তৱতাৰ মাজত তাই দেখিবলৈ পালে। এই নগ্ন-ৰূপৰ মাজত মানুহ হৈ আছে মগ্ন। কিন্তু মানুহে অনুভব নকৰে ইয়াৰ নগ্নতা। এই গল্পত লুলুৰ মানসিক নিৰ্য্যাতনৰ চিত্ৰ সূক্ষ্ম তুলিৰ সহায়েৰে স্পষ্ট কৰি তোলা হৈছে। লুলু দেৱী নহয়, দয়াৰ্দ্ৰ চিত্তেৰে পৰিশুদ্ধ এক দুৰ্বল মানবী।

"ইৰোষ্টেটাছ" আৰু "দি কম" দুটা চুটি গল্প। প্ৰথমটোৰ যোগেদি দেখুৱা হৈছে অস্বাভাবিক যৌন প্ৰবৃত্তিৰপৰা উদ্ভূত ঘৃণা আৰু হিংসাৰ পৈশাচিক কাৰ্য্য। মানবতাৰ শত্ৰু সি। হিংসা তাৰ পদ-প্ৰদৰ্শক। হত্যা তাৰ জীৱনৰ মূলমন্ত্ৰ। দ্বিতীয়টোত দেখুৱা এগৰাকী নাৰীৰ বলিষ্ঠ স্বামীৰ প্ৰতি অচঞ্চল অনুৰাগ। ইভৰ বাপেকে বুজাইছে যে এবছৰৰ ভিতৰতে জোঁৱায়েকৰ সম্পূৰ্ণ স্মৃতি বিলোপ হব। সি হৈ পৰিব এক জডপিণ্ড সদৃশ। গতিকে জীয়েকে তাক পৰিত্যাগ কৰিব লাগে। জীৱনৰ বাকী দিন অবাবতে নষ্ট কৰা তাইৰ উচিত নহয়। কিন্তু জীয়েকে সকলো জানি-শুনিও স্বামীসঙ্গ ত্যাগ কৰা নাই। নিদ্ৰিত স্বামীৰ কাষত বহি তাই ভাবিছে যে স্বামীৰ জীৱনলৈ বিস্মৃতি আৰু জডতা আহি পৰাৰ আগতে তাই হয়তো তেওঁক মাৰি পেলাব।

আধুনিক জীৱনত দেখা দিয়া নানান সমস্যাৰ প্ৰতি ছাট্ৰে সদায় সচেতন। সমস্যাবোৰ সাধুৰ মাজেদি বাস্তৱ ৰূপত তুলি ধৰা তেওঁৰ ক্ষমতাও অসামান্য। ছাট্ৰেৰ ৰচনা-ৰীতিৰ মাজত সাংগীতিক সম্মোহনী আছে। অনুবাদৰ মাজেদিও ইয়াৰ ক্ষীণ ধ্বনি শুনিবলৈ পোৱা যায়। তেওঁৰ লেখাত নগ্নতা অৱশ্যে আছে, কিন্তু এই নগ্নতাৰ আঁৰে আঁৰে আছে এক মৌলিক তত্ত্বৰ প্ৰভাব আৰু সবল মানবতা। জীৱনৰ ওপৰত থকা সামাজিক, নৈতিক, আধ্যাত্মিক সকলো আবৰণ আঁতৰাই জীৱনক খণ্ড-খণ্ডকৈ বিশ্লেষণ কৰাৰ আকাঙ্ক্ষা তেওঁৰ আছে। জীৱনৰ তলিত সুষুপ্ত হৈ থকা নানান ভাবৰাশিক তেওঁ অসামান্য প্ৰতিভাৰে মূৰ্ত্ত কৰিছে। তেওঁৰ হাতত জীৱনৰ কিছুমান দানৱীয় কাৰ্য্যৰ চিত্ৰ ফুটি উঠিলেও সেইবোৰে এক নতুন দিগ্‌দৰ্শনৰ চিনাকি দিছে। আধুনিক জীৱনত দেখা দিয়া ৰিপু-পৰৱশতা, উদণ্ডতা আৰু কৰ্ম্ম-তৎপৰতা প্ৰকাশিত কৰাৰ লগে লগে মানবতাৰ মহত্ত্বৰ প্ৰতিও তেওঁ চকু ৰাখিছে। যি জীৱন-দৰ্শনৰ দ্বাৰা ছাট্ৰে প্ৰভাবান্বিত হৈছে, দাৰ্শনিক দৃষ্টিকোণৰপৰা চালে তাৰ বিপক্ষে কবলগীয়া আছে। কিন্তু দাৰ্শনিক আলোচনা সাহিত্যৰ অন্তৰ্গত নকৰাই ভাল। কোনো এক বিশেষ দৃষ্টিভঙ্গীৰ মাজেদি তেওঁ যি সৃষ্টি কৰিছে সেই দৃষ্টিভঙ্গীৰ ফালৰপৰা তেওঁৰ গল্প আলোচনা কৰিলে নগ্নতাৰ মাজতো অনাবিষ্কৃত সত্যৰ সন্ধান পোৱা যায়। তেওঁৰ মতবাদ আৰু প্ৰকাশ-ৰীতি আনে গ্ৰহণ কৰক বা নকৰক, তেওঁৰ গল্পই আনৰ অন্তৰত চিন্তাৰ সামগ্ৰী যোগায়।

আধুনিক ফৰাচী সাহিত্যৰ আন এজন খ্যাতিমন্ত আৰু প্ৰচুৰ সম্ভাবনা থকা লেখক এলবাৰ্ট কেমু। ১৯৫৭ চনত কেমুৱে ন'বেল বঁটা লাভ কৰে। দুৰ্ভাগ্যক্ৰমে বয়স ভাটি নৌদিওঁতেই ১৯৫৯ চনত মটৰ দুৰ্ঘটনাত তেওঁ মৃত্যুৰ মুখত পৰে। ছাট্ৰেৰ দৰে কেমু অস্তিত্ববাদী নহয়, কিন্তু তেওঁৰ মতবাদবো অস্তিত্ববাদৰ লগত সাদৃশ্য আছে। কেমু আধুনিক জগতৰ চিন্তাধাৰাৰ প্ৰতিভূ স্বৰূপ।

আধুনিক জীৱনত দেখা দিয়া সমস্যাবোৰৰ প্ৰতি তেওঁৰ যেনে অনুৰাগ তাৰ তুলনা ভালেমান সাহিত্যিকৰ জীৱনতে নাই। কেমুৰ লেখাৰ মাজেদি বৌদ্ধিক প্ৰতিভা সুন্দৰকৈ পৰিস্ফুট হৈছে। কেমু দাৰ্শনিক নহয় কিন্তু দাৰ্শনিকৰ দৰে চিন্তা কৰাৰ ক্ষমতা তেওঁৰ আছে। দ্বিতীয় মহাযুদ্ধৰ পাছত জগতত দেখা দিয়া সমস্যাৰ ওপৰত সাহস আৰু বিশ্বাসেৰে মত প্ৰকাশ কৰিব পৰা ব্যক্তি কেমু। তেওঁৰ মতে দ্বিতীয় মহাযুদ্ধৰ ভয়াবহতা হঠাতে আবিৰ্ভাৱ হোৱা ধূমকেতু নহয, কিন্তু বিভিন্ন আদৰ্শবাদৰ হেঁচাত লাহে লাহে বিস্ফুৰিত হোৱা এক প্ৰলয়ঙ্কৰী আগ্নেয়গিৰি। কেমুৰ আদৰ্শৰ বীৰ ইউলেছিছ্ ধীৰ, বিবেচক, দৃঢ়-সংকল্প কিন্তু মানব গুণবিশিষ্ট। অস্তিত্ববাদৰ মূল সূত্ৰৰ লগত কেমুৰ জীৱন-দৰ্শনৰ মিল আছে। কাৰ্কেগাৰ্ডে ব্যক্তিৰ স্বতন্ত্ৰতা বিচাৰিছে আৰু ব্যক্তিসত্তা আদৰ্শবাদৰ দ্বাৰা নিযন্ত্ৰিত হোৱা বিচৰা নাই। কেমুযেও ব্যক্তি-স্বাধীনতাৰ ওপৰত ভিত্তি কৰি তেওঁৰ জীৱন-দৰ্শনৰ পাতনি মেলিছে। ব্যক্তিৰ চাৰিওফালে বিচিত্ৰ আবেষ্টন। ব্যক্তিয়ে এই বৈচিত্ৰ্যপূৰ্ণ সংসাৰৰ তত্ত্ব অবগত হবলৈ চেষ্টা কৰি অকৃতকাৰ্য্য হয। জাগতিক পদাৰ্থবোৰ বিক্ষিপ্ত, অসংলগ্ন। ব্যক্তিযে তাৰ মাজত বিচাৰে ঐক্য আৰু সংলগ্নতাৰ সূত্ৰ। কিন্তু ব্যক্তিৰ অন্বেষণ হয ব্যৰ্থতাৰ মাজতে সমাপ্ত। ব্যক্তিৰ জীৱন ছিছিফাছৰ জীৱনৰ দৰে। ছিছিফাছক এক অনন্যসাধাৰণ শাস্তি দিয়া হৈছিল। এটা প্ৰকাণ্ড শিল ঠেলি ঠেলি পাহাৰৰ ওপৰলৈ তেওঁ তুলি নিব লাগে। পাহাৰৰ ওপৰ পোৱাৰ লগে লগে শিলটো আকৌ তললৈ বাগৰি পৰে। ছিছিফাছে হুনাই তাক বগৰাই ওপৰলৈ লৈ যায, কিন্তু হুনাই ই তললৈ নামি আহে। ছিছিফাছৰ শ্ৰমৰ পুৰস্কাৰ নাই; আন হাতে তেওঁৰ বিশ্ৰামো নাই। মানুহৰ জীৱনো ছিছিফাছৰ জীৱনৰ দৰে সদায় কৰ্মানুগ। কৃতকাৰ্য্যতা আৰু প্ৰভুত্ব সি হয়তো লাভ নকৰে, তথাপি সি হয় কৰ্ম্মৰত। ছিছিফাছৰ শ্ৰম ফলপ্ৰসু

কেমু
১৯১৩—৫৯

নহলেও নিৰৰ্থক নহয়। মানুহৰ কৰ্মানুসৰণো নিৰৰ্থক নহয়। শ্ৰমৰ সাৰ্থকতা জোখমাখ কৰাৰ তুলাচনীও মানুহৰ নাই। প্ৰাচীন কালৰেপৰা চলি অহা আধ্যাত্মিক আৰু নৈতিক আদৰ্শবোৰ হৈ পৰিছে অন্তঃসাৰশূন্য গুণাত্মক শব্দ। এইবোৰৰ সহায়ত জীৱনৰ যোগ্যতা জোখা সম্ভব নহয। বিশ্বব্ৰহ্মাণ্ডৰ বিচিত্ৰ বস্তুৰ মাজত নাই ঐক্য, নাই সংলগ্নতা। কিবা থাকিলেও মানব-মনে তাক চুকি নাপায। মানুহ বিমোৰত পৰে। অচিনাকি পৃথিবীৰ বুকুত তাৰ মনত স্বাভাৱিক প্ৰতিক্ৰিয়া হয দুটা—হযতো আত্মহত্যা নহলে বিশ্বাসৰ ওচৰত আত্ম-সমৰ্পণ। কিন্তু এই দুটাৰ ভিতৰত কোনোটোৰে সহাযত সমস্যাৰ সমাধান সম্ভব নহয। সমস্যাটো সমস্যা হিচাবে এৰি জীৱনৰ কৰ্মৰ গতিপথত আগবাঢ়ি যোৱাই মানুহৰ কৰ্ত্তব্য। জীৱনৰপৰা এক অসম্ভব পুৰস্কাৰৰ দাবী আমি কৰিব নালাগে। জীৱন জীৱনেই। গতিশীলতা তাৰ লক্ষণ। সমাধান তাৰ নাই। কেমুৰ এই মতবাদ সংশয়বাদৰ এটা ৰূপ মাথোন। বিচিত্ৰতাৰ মাজত ঐক্যৰ সন্ধানৰ চেষ্টা এটা নতুন চেষ্টা নহয। এই প্ৰশ্নকেই কেমুৱে বাস্তব দৃষ্টিভঙ্গীৰপৰা চাইছে। সমস্যাৰ মাজত জড়িত হৈ পৰা ব্যক্তিৰ দৰে কথাটো তেওঁ আলোচনা কৰিছে। গুণাত্মক শব্দ আৰু আদৰ্শৰ সহাযত সমস্যাৰ সমাধান তেওঁ বিচৰা নাই। মানুহৰ যৌক্তিক দাবী আৰু জগতৰ যুক্তি-হীনতাৰ দ্বন্দ্বৰ মাজতে তেওঁ বিচাৰি পাইছে জীৱনৰ নতুন আদৰ্শ। যুক্তিৰ ওপৰত অটল বিশ্বাস স্থাপন আৰু যুক্তিৰ সম্পূৰ্ণ বৰ্জন—এই দুয়োটাই মানুহক প্ৰতাৰিত কৰে। জগত যেনে ভাবে চলে তাক তেনে ভাবে গ্ৰহণ কৰাই মানুহৰ কৰ্ত্তব্য। কেমুৱে স্বীকাৰ কৰে যে মানবমনে অভিজ্ঞতাৰ বিশ্বাসযোগ্য ব্যাখ্যা তুলি ধৰিব নোৱাৰে। অসত্যৰপৰা সত্যক আৰু কল্পনাৰপৰা বাস্তবক আঁতৰাই অনা মনৰ ধৰ্ম। কিন্তু সত্যৰ অন্বেষণত যুক্তি হয পৰাভূত। জগতৰ যুক্তিপূৰ্ণ ব্যাখ্যা তুলি ধৰিবলৈ বিজ্ঞানো হয় অসমৰ্থ। যুক্তিৰ

সহাযত এক প্ৰকাৰ সত্যৰ উপলব্ধি অৱশ্যে হয কিন্তু এই সত্য আপেক্ষিক, পৰমাৰ্থিক নহয। তথাপি যুক্তিৰ বৰ্জন সম্ভৱ নহয়। একমাত্ৰ যুক্তিৰ যোগেদি জগতৰ লগত আমাৰ সম্বন্ধ স্থাপিত হয়। প্ৰাচীন কালৰেপৰা কিছুমান জীৱনৰ আদৰ্শ নিত্য সত্য হিচাবে সমাজত গৃহীত হৈ আছে কিন্তু দুখন মহাযুদ্ধই এইবোৰ আদৰ্শৰ অন্তঃসাৰশূন্যতা ভালকৈ প্ৰমাণিত কৰিছে। জীৱনৰ আদৰ্শৰ প্ৰতি কেমুৰ আস্থা নাই। ঈশ্বৰ তেওঁ নামানে। প্ৰচলিত জীৱনৰ আদৰ্শৰ ওপৰত অনাস্থা প্ৰকাশ কৰি তেওঁ নতুন জীৱন-আদৰ্শ বিচৰাৰ চেষ্টা কৰিছে। এক গুণাতীত পৰম পুৰুষৰ অস্তিত্ব স্বীকাৰ নকৰিলে যে আদৰ্শৰ নিত্যতা প্ৰমাণ অসম্ভৱ সেইটো তেওঁ লক্ষ্য কৰা নাই। ছাত্ৰে আৰু কেমুৱে তেওঁলোকৰ লেখাৰ মাজেদি নতুন জীৱন-আদৰ্শ তুলি ধৰিছে। ব্যক্তিগত দৃষ্টিকোণৰপৰা তেওঁলোকৰ এই চেষ্টা হয়তো সাৰ্থকো হৈছে কিন্তু এইবোৰ সাৰ্বজনীন হৈ পৰা নাই। পৰা নাই এই বুলিয়েই যে জগতৰ প্ৰতি তেওঁলোকৰ যি দৃষ্টিভঙ্গী তাৰ সহাযত সাৰ্বজনীন আদৰ্শৰ সন্ধান সম্ভৱ নহয।

"দি গেষ্ট্" এটা সৰু গল্প। ডাৰু এজন স্কুলৰ শিক্ষক। জাৰকালি। বাহিৰত ঠেৰেঙা লগা জাৰ। কেইবাদিনো একেৰাহে বৰফ পৰিছে। ডাৰুৱে দুজন মানুহ স্কুলঘৰৰ পিনে আহি থকা দেখা পালে। স্কুলত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা কম। সকলোৱে গাৱঁৰপৰা আহে। বৰফৰ কাৰণে সিহঁত আহিব পৰা নাই। আহি থকা মানুহ দুজনৰ এজনক মাষ্টৰে আঁতৰতে চিনি পালে। তেওঁৰ নাম বলদুচি, এজন সৈনিক পহৰাদাৰ। তেওঁ এটা ঘোৰাত উঠি আহিছে। তেওঁৰ কাষে কাষে আহিছে এজন আৰৱ। তাৰ হাত দুখন এডাল জৰীৰে বন্ধা। দুয়োকে স্কুলঘৰৰ এটা কোঠাত বহিব দিয়া হ'ল। মাষ্টৰে চিম্‌নি জ্বলালে। দুয়ো জাৰতে ঠেৰেঙা লাগি আহিছে। ডাৰুৱে তেওঁৰ বন্ধুৰপৰা জানিলে যে আৰৱজনে তাৰ ভায়েকক হত্যা কৰিছে। সি ধৰা পৰা নাছিল। এতিয়া তাক ধৰা হৈছে।

ৰাতি আৰবজন মাষ্টৰৰ ঘৰতে থাকিব। পুৱা ডাক্তৰে তাক টিন্‌গুইলৈ লৈ গৈ অফিচত গটাই দিব লাগে। মাষ্টৰে আপত্তি জনালে। এইটো তেওঁৰ কাম নহয়। কিন্তু সৈনিকজনে কলে যে যুদ্ধ হুওঁ অৱস্থাত সকলোৱে সকলো কাম কৰিব লাগিব। পেট্ৰল দিয়া লোকৰ সংখ্যা সৰহ নহয়। গতিকে তেওঁ এতিয়াই উলটিব লাগিব। ডাক্তৰে নিজেই তাক গটাই নিদিলে নহব। মাষ্টৰে স্পষ্টকৈ কলে, তেওঁ এই কাম কৰিব নোৱাৰে। সৈনিকে তেতিয়া নিজৰ পিস্তলটো মাষ্টৰক দিলে। নিশা দৰ্কাৰ হব পাৰে। পিছত আৰবটোক এৰি তেওঁ গুচি গ'ল। মাষ্টৰে আৰবটোক খাবলৈ দিলে। নিজৰ কোঠাৰ ভিতৰতে তাক এখন বিচনা দিলে। কাপোৰ-কানি দিলে। দুয়ো শুই থাকিল। মাষ্টৰৰ চকুত কিন্তু টোপনি নাই। হত্যাকাৰী এজন তেওঁৰ লগত। সাপৰ লগত বসবাস। তেওঁ মূৰ শিতানত হাত দি চালে। পিস্তলটো আছে। নিশা আৰবজন বিচনাৰপৰা উঠি বাহিৰলৈ গ'ল। মাষ্টৰে ভাবিলে সি হয়তো পলাল। ভালেই হ'ল। লেঠা মৰিল। কিন্তু অলপ পিছতে সি আকৌ কোঠাৰ ভিতৰ সোমাই শুই পৰিল। ৰাতিপুৱা। মাষ্টৰে তাক জা-জলপান দিলে। অলপ পিছত দুয়ো স্কুলঘৰৰপৰা ওলাই আহিল। পাহাৰৰ বাটেৰে দুয়ো প্ৰায় এঘণ্টা সময খোজ কাঢ়িলে। মাষ্টৰে আৰব-জনৰ হাতত খোৱা বস্তুৰ এটা টোপোলা তুলি দিলে, অলপ পইচাও তাৰ হাতত দিলে আৰু কলে যে আৰবজন পোন বাটেৰে গৈ থাকিব লাগে আৰু নিজেই অফিচত হাজিৰ হব লাগে, মাষ্টৰ অফিচলৈ নাযায়। আৰবজন অলপ সন্ত্ৰস্ত হোৱা যেন দেখা গ'ল। মাষ্টৰে স্কুলৰ পিনে উভতি খোজ ললে। স্কুলঘৰৰ ভিতৰ সোমাই তেওঁ দেখিলে বোৰ্ডৰ ওপৰত লিখা আছে, "তুমি আমাৰ ভাইক গটাই দিছা। ইয়াৰ ফল তুমি ভোগ কৰিবা।"

গল্পটোৰ মাজেদি স্কুলৰ শিক্ষক ডাৰুৰ সৰলতা, বদান্যতা আৰু আদৰ্শবাদ প্ৰকাশিত হৈছে। ভ্ৰাতৃহত্যাকাৰী আৰবজনৰ প্ৰতি

মাষ্টৰৰ অন্তৰত ঘৃণাৰ সঞ্চাৰ হোৱা নাই। মাষ্টৰ আদৰ্শৰ প্ৰভাৱৰ-পৰা মুক্ত। আৰবজনৰ জীৱনত ভ্ৰাতৃহত্যা এক দুৰ্ঘটনা। এই দুৰ্ঘটনাৰ ফলাফল নিশ্চয় আছে। কিন্তু ঘৃণনীয় ব্যক্তি বুলি ভাবি তাক অনাদৰ কৰিলে মানবতাৰ অনাদৰ কৰা হয। জীৱনৰ সজ অসজ সকলো কথাকে গ্ৰহণ কৰি চলাৰ ইচ্ছা শিক্ষকৰ আছে। সেই বাবে অপৰাধীজনৰ প্ৰতিও তেওঁ দেখুৱাইছে মৰম স্নেহ। কিন্তু এই মৰম স্নেহৰ প্ৰতিদান স্বৰূপে তেওঁ পাইছে ঘৃণা আৰু বিদ্বেষ। মাষ্টৰ হযতো ইযাতে আচৰিত হোৱা নাই কিযনো কেমুৰ দৰে তেৰোঁ বিশ্বাস কৰে জীৱনটো এটা সাঁথৰ। কেতিয়াবা ঘৃণাৰ প্ৰতিদানো হয় প্ৰীতি, আৰু ত্যাগৰ, স্বাৰ্থ-বলিদানৰ পুৰস্কাৰো হয় হিংসা আৰু নিষ্ঠুৰতা।

"দি আৰ্টিষ্ট এট্ ওৱাৰ্ক"ত এজন দুখীয়া আৰ্টিষ্টৰ জীৱন-কাহিনী আছে। গিলবাৰ্ট জোনা এজন শিল্পী, অদৃষ্টবাদী। তেওঁৰ বিশ্বাস, আনৰ চকুত তেওঁৰ মূল্য নাথাকিলেও প্ৰাপ্যতকৈ তেওঁ সদায বেছি পাব। পয়ত্ৰিশ বছৰ বযসত তেওঁৰ প্ৰতিভা আবিষ্কৃত হ'ল। সমালোচকসকলে তেওঁৰ গুণ বিচাৰি পালে। এজন চিত্ৰ-বিক্ৰেতাই তেওঁক মাহিলী বানচ দিযাৰ বন্দবস্ত কৰিলে। জোনাৰ মনত আনন্দ। বন্ধু ৰাতৌৰ আপত্তি সত্বেও তেওঁ লুইছেক বিযা কৰালে। জোনাৰ আৰ্টৰ প্ৰতি ৰাপ দেখিবলৈ পাই লুইছে ঘৰৰ সকলো দাযিত্ব মূৰ পাতি ললে আৰু জোনাৰ সাধনাৰ পথ সুগম কৰিবলৈ চেষ্টা কৰিলে। লুইছে সন্তানৰ মাক হ'ল। কেচুৱাটোক থবলৈ এডুখৰি ঠাই লাগিল। মাজে মাজে কেচুৱাই কান্দে। জোনাৰ চিন্তাত ব্যাঘাত হয। লুইছে সেইটো জানে। দহ-বন কাটি কৰি থৈযো তাই দৌৰি আহে, কেচুৱা কোলাত লয়। লুইছেৰ সন্তান তিনিটা হ'ল। ঘৰ কিন্তু ডাঙৰ নহ'ল। আন হাতে অঁকা ছবিৰ সংখ্যাও বাঢ়িল। এনে সমযতে জোনাৰ প্ৰশংসাকাৰীৰ সংখ্যাও বাঢ়িল। বন্ধু-বান্ধৱ আৰু শিষ্যসকলৰ সঘন আগমনে

তেওঁক ব্যতিব্যস্ত কৰি তুলিলে। টেলিফোনৰ টিলিঙা ঘনে ঘনে বাজি উঠে। ল'ৰা-ছোৱালীহঁত টোপনিৰপৰা সাৰ পায়। লুইছেৰ কামো বাঢ়ে। অভ্যাগতসকলক আদৰ কৰিব লাগে। জোনাৰ কামত বাধাৰ সৃষ্টি হয়। উপায়ন্তৰ নোহোৱাত ষ্টুডিও শোৱা কোঠালৈ স্থানান্তৰিত কৰা হ'ল। কিন্তু ইয়াতো লোক-সমাগম নকমিল। দুই-চাৰিয়ে এতিয়া বিচনাত দীঘল দি জোনাৰ লগত আলোচনা কৰিব ধৰিলে। অভ্যাসৰ অভাবত জোনাৰ কৰ্ম্মশক্তি লাহে লাহে খৰ্ব হৈ আহিল। তেওঁ বাহিৰলৈ গৈ কাফেত বিশ্ৰামৰ সোৱাদ লব ধৰিলে। মদৰ প্ৰতি আসক্তি তেওঁৰ বাঢ়িল। ইতিমধ্যে ল'ৰাহঁত ডাঙৰ হৈ আহিল। ঘৰৰ কাম-কাজো দিনে দিনে বাঢ়িবলৈ ধৰিলে। কিন্তু জোনাৰ ছবিৰ বিক্ৰী লাহে লাহে কমিহে আহিল। কাকতত তেওঁৰ বিৰূপ সমালোচনা ওলাব ধৰিলে। দুই-চাৰিজন পূৰ্বৰ বন্ধুযেও ইযাত যোগ দিলে। জোনাৰ আত্ম-বিশ্বাস কঁপি উঠিল। আৰ্টিষ্টসকলৰ লগত খোলাখুলিকৈ কথা কবলৈ তেওঁৰ মনত সঙ্কোচ হ'ল। তেওঁ ভাবে আনে যেন তেওঁক ঠাট্টাহে কৰিছে। কেতিযাবা কেতিযাবা তেওঁ ভাবে যে পূৰ্বৰ শক্তি তেওঁ ফিৰাই পাইছে। অলপ পিছতে সেই বিশ্বাস আঁতৰি যায়। এৰাতি তেওঁ এক বান্ধবীৰ ঘৰতে কটালে। পিছদিনা লুইছে তেওঁক সুধিলে বান্ধবীৰ লগত তেওঁৰ সম্বন্ধ গঢ়ি উঠিছে নেকি? জোনাই উঠা নাই বুলি কলে যদিও স্বীকাৰ কৰিলে যে আন বান্ধবীৰ সঙ্গ-সুখ তেওঁ পাইছে। জোনাই দেখা পালে লুইছেৰ মুখ শেঁতা পৰি গৈছে। তেওঁৰ মনত দুখ লাগিল। লুইছেৰ আগত তেওঁ প্ৰতিজ্ঞা কৰিলে যে অহা কালিৰেপৰা তেওঁ দুনাই পূৰ্বৰ জীৱন যাপন কৰিব। পিছদিনা কেইখনমান তক্তা আনি তেওঁ এখন ওখ চাং পাতিলে। ঘৈণীযেকে বাধা দিলে। কিন্তু জোনা দৃঢ়সংকল্প। তেওঁ কাম কৰিব। তেওঁৰ লুপ্ত শক্তি পুনৰুদ্ধাৰ কৰিব। জোনা চাঙৰ ওপৰ উঠিল। প্ৰথমতে খোৱাৰ সময়তে

তেওঁ তললৈ নামি আহিছিল। পিছলৈ ওপৰতে খোৱাৰ বন্দবস্ত কৰা হ'ল। জোনাই বহি বহি সাধনা কৰিছে। তেওঁৰ সমুখত এখন কাপোৰ। তেওঁৰ হাতত তুলি। তেওঁ ভাবিছে তেওঁ পূৰ্বৰ শক্তি ফিৰাই পাব। ভাগ্যৰবি পূবত জিলিকিব। চাঙৰ ওপৰতে থাকি তেওঁ সাধনা কৰিব ধৰিলে। নিশা শোৱাৰ ব্যৱস্থাও চাঙৰ ওপৰতে কৰা হ'ল। ল'ৰা-ছোৱালী কেইটাই তলত অহাযোৱা কৰে। ঘৈণীয়েকে কথা কয়। বাহিৰৰ ৰাস্তাৰে মানুহ আহে, যায়। কিন্তু এইবোৰৰ প্ৰতি তেওঁৰ ভ্ৰূক্ষেপ নাই। হঠাতে জোনাই অনুভব কৰিলে তেওঁৰ যেন ভাগ্য-ৰবি উদয় হৈছে। তাৰ জেউতিয়ে তেওঁক কৰিছে অভিভূত, তন্ময়। তেওঁ ৰ লাগি চাই ৰ'ল। অলপ পিছত তেওঁ থিতাতে বাগৰি পৰিল। ডাক্তৰ মতা হ'ল। ডাক্তৰে পৰীক্ষা কৰি কলে এসপ্তাহৰ ভিতৰত তেওঁ আৰোগ্য লাভ কৰিব। ৰাটৌয়ে জোনাৰ সমুখত ৰখা পটখন আনিলে। ছবি আঁকা হোৱা নাই। অস্পষ্ট ভাবে ইয়াৰ ওপৰত এটা শব্দ লিখা আছে "অকলশৰীয়া"।

গল্পটোৰ মাজত থকা বক্ৰাঘাত লক্ষ্য কৰিবলগীয়া। ভাৱ-প্ৰবণতাৰ দুৰ্বলতা ইয়াত নাই। জোনাৰ কৰ্মনিষ্ঠাৰ ওপৰত পাৰিপাৰ্শ্বিকতাৰ প্ৰভাব আছে। এই প্ৰভাব দ্বিমুখীয়া। বন্ধু-বান্ধৱ আৰু শিষ্যসকলৰ সঘন আগমনে তেওঁৰ মনলৈ আনিছে উৎসাহ কিন্তু টেলিফোনৰ বাৰ্ত্তা, চিঠিৰ দৌৰাত্ম্য আৰু বন্ধুসকলৰ অনাৱশ্যকীয় আলোচনাই কৰিছে তেওঁৰ কৰ্ম-শক্তি খৰ্ব। তেওঁৰ শক্তি বিক্ষিপ্ত হৈ পৰিছে। জীৱনক সহজ ভাবে লৈ, আনক অসন্তুষ্ট নকৰি শেহত তেওঁ সকলোকে হেকুৱাৰ পথত আগ বাঢ়িছে। শিল্প-প্ৰতিভাৰ জেউতি তেওঁৰ মনোৰাজ্যত নাই। জীৱনক এৰি তেওঁ এই জেউতি বিচাৰিছে যদিও জীৱনৰ বাহিৰত ই বেছি অস্পষ্ট।

কম কথাৰে শিল্পীৰ মানসিক জীৱনৰ সংঘাতৰ ছবি এই গল্পত তুলি ধৰা হৈছে। আধুনিক জীৱনৰ ব্যস্ততাৰ মাজত বিক্ষিপ্ত হৈ

পৰা শিল্পীৰ মনৰ দ্বন্দ্ব ইয়াত পৰিস্ফুট কৰা হৈছে। শিল্পীৰ মনোবাঞ্ছা অপূর্ণ হৈ ৰৈছে। কিন্তু এই অপূর্ণতা জাগতিক জীৱনৰ লক্ষণ। বিশ্বাসৰ ওচৰত আত্ম-সমৰ্পণ কৰিও মনোৰথ পূর্ণ কৰা নাযায়। শিল্পীৰ জীৱনত পৰাজয়ৰ ইঙ্গিত আছে। কিন্তু এই পৰাজয়ৰ মাজতো আছে মানুহৰ মহত্ত্ব। নিষ্কর্মাৰ জয়ো নাই, পৰাজয়ো নাই। তাৰ জীৱনো নিৰৰ্থক। লুইছে জীৱনক বেলেগ ভাবে গ্ৰহণ কৰিছে। জীৱনৰ সৰুসুৰা কাৰ্য্যৰ মাজতে তাই ব্যস্ত। এই ব্যস্ততাতে তাইৰ আনন্দ।

"এন্ এদালটাৰাছ্ ওমেন" আন এটা চুটিগল্প। জেনিনী আৰু গিৰীয়েক মাৰ্ছেল আফ্রিকাৰ মৰুভূমিৰ বাটেৰে গৈছে। ব্যৱসায়ৰ কামত মাৰ্ছেল এই ঠাইলৈ আহিছে, লগত ঘৈণীয়েক। খলাবমা বাটৰ ওপৰত ইকাটি সিকাটি কৰি বাছ আগ বাঢ়িছে। বাহিৰত চেঁচা বতাহ আৰু ধূলিৰ কণিকা। বাছৰ যাত্ৰী সৰহ ভাগেই আৰব। এজন ফৰাচী সৈনিকো আছে। সৈনিকজনে জেনিনীৰ মুখৰ পিনে চাই আছে। হঠাৎ দুয়োৰে চকুৰে চকুৰে পৰিল। তাইৰ মুখ ৰঙা পৰি গ'ল। মাৰ্ছেলৰ লগত অহাৰ ইচ্ছা তাইৰ নাছিল। মাৰ্ছেলৰ জীৱন-আদর্শ ধন-সঞ্চয়। বাটত জেনিনী ক্লান্ত হোৱা দেখা গ'ল। সৈনিকজনে তাইৰ আগত কেইটামান লোজেন তুলি ধৰিলে। তাৰ মুখত উজলি উঠিল হাঁহি। অলপ পিছত বাছ ৰ'ল এখন হোটেলৰ সমুখত। মাৰ্ছেল আৰু জেনিনী হোটেললৈ খোজ ললে। আহাৰ শেষ কৰি দুয়ো গিৰীয়েক ঘৈণীয়েক বজাৰৰ পিনে আহিল। মাৰ্ছেলৰ কাৰবাৰৰ লেঠা। তেওঁৰ কাৰবাৰী আচৰণত তাইৰ মন সেমেকি গ'ল। গধূলি দুয়ো হোটেললৈ উলটিল। তাই মনত ভাবিলে, ইয়াত বাৰু চাবলগীয়া কি আছে। তথাপি দিগন্তৰ শূন্যতাৰপৰা তাই চকু আঁতৰাই আনিব নোৱাৰিলে। সুদূৰ দিগন্তৰ সিপাৰে যেন তাইৰ কাৰণে ৰৈ আছে এক অজ্ঞাত সম্মোহন। জীৱনত আজিয়েই প্ৰথমে তাই তাৰ সন্ধান পাইছে।

আঁতৰত সিচৰতি হৈ থকা অঘৰীইঁতৰ তম্বুৰ প্ৰতি তাইৰ অন্তৰত এক অহেতুক আকৰ্ষণ জাগি উঠিল। জেনিনীয়ে বুজা নাই কিহৰ কাৰণে তাইৰ মনত জাগিছে এনে অতৃপ্ত আকাঙ্ক্ষা। নিশা। গিৰীয়েকৰ কাষতে তাই শুই পৰিছে। কিন্তু হঠাতে তাই সাৰ পালে। তাইৰ মনত নানান প্ৰশ্নই তোলপাৰ লগাব ধৰিলে। তাইৰ কাষতে গিৰীযেক শুই আছে। তেওঁৰ গাৰ গৰম তাই অনুভব কৰিছে, অকল আজিযেই নহয়, দীঘল কুৰিবছৰে। তাইৰ ল'ৰা-ছোৱালী নাই। তথাপি তাইৰ স্বামী আছে। হঠাৎ তাইৰ ধাৰণা হ'ল মাৰ্ছেলে তাইক ভাল নাপায। তাই অন্তৰত এটা অনিশ্চিত বেদনা অনুভব কৰিলে। তাই বুজিলে তাই সুখী নহয। তাই নিজকে মুক্ত কৰিব। লাহে লাহে তাই বিচনাৰ পৰা উঠিল। মাৰ্ছেল টোপনিত অচেতন। হোটেলৰ পৰা ওলাই তাই ৰাতিৰ অন্ধকাৰৰ মাজত সোমাই পৰিল। তাই দূৰ্গৰ পিনে দৌৰিব ধৰিলে। তাইৰ গাৰ কঁপনি উঠিছে। বাহিৰত নৈশ নিস্তব্ধতা। ওপৰত তৰাবছা সুনীল আকাশ। তাই ভাগৰি পৰিল। লাহে লাহে হোটেললৈ উলটিল। যেতিযা জেনিনী গিৰীযেকৰ ওচৰলৈ উলটি আহিল তেতিযাও মাৰ্ছেল টোপনিত। তাই শুব ধৰোতে মাৰ্ছেলে সাৰ পালে। লাইট জ্বলাই ঘৈণীযেকৰ মুখলৈ চাই তেওঁ দেখিলে তাই কান্দিছে। ঘৈণীয়েকেই গিৰীযেকক আশ্বাস দিলে, "একো হোৱা নাই, মোৰ একো হোৱা নাই।"

গল্পটোৰ মাজেদি জেনিনীৰ মগ্ন-চৈতন্যত লুকাই থকা বাসনাৰ তাডনা দেখুওৱা হৈছে। ঘৈণীয়েকৰ সন্তুষ্টিৰ কাৰণে গিৰীয়েকে কাৰ্পণ্য কৰা নাই। জেনিনীৰ যাতে ভবিষ্যতত অসুবিধা নহয তাৰ বাবে মাৰ্ছেলে চিন্তা কৰিছে। কিন্তু জীৱন ভবিষ্যত-সৰ্বস্ব নহয়। ইযাৰ আছে এটা অতীত আৰু এক জ্বলন্ত বৰ্ত্তমান। জেনিনীৰ অন্তৰৰ নিভৃত কোণত অতৃপ্তিৰ স্ফুৰ্লিঙ্গ। ভিন্ন বাতাবৰণ আৰু ভৌগোলিক অবস্থিতিৰ প্ৰভাৱত এই স্ফুৰ্লিঙ্গ জ্বলি উঠিছে। বিস্তৃত

দিগন্তই তাইৰ অন্তৰলৈ আনিছে মুক্তিৰ হেঁপাহ। মৰুভূমিৰ মাজৰ সেমেকা ৰাতিৰ সোৱাদৰ কাৰণে তাই আঁতৰি আহিছে গিৰীয়েকৰ শোৱাপাটীৰ পৰা। তাইৰ চকুপানী বন্ধনৰ চকুপানী।

ছাট্রে আৰু কেমুৱে আধুনিক জীৱনত দেখা দিয়া মানসিক সংঘাতৰ ছবি গল্পৰ মাজেদি ফুটাই তুলিছে। ছাট্রেৰ গল্পৰ মাজত আৱশ্যকীয ঘটনা-সংযোগ আছে কিন্তু কেমুৰ গল্পত ঘটনা-সংযোগতকৈ বৰ্ণনা আৰু মানবিক বিশ্লেষণৰ প্ৰভাৱ বেছি। দুযোজন লেখকৰে প্ৰকাশ-ৰীতি সৰল কিন্তু প্ৰকাশিত ভাব অনন্য-সাধাৰণ। দ্বিতীয় মহাযুদ্ধৰ পাছত দেখা দিয়া কিছুমান সমস্যা তুলি ধৰাৰ চেষ্টা দুযোৰে আছে। কিন্তু দৃষ্টিভঙ্গীৰ মাজত কিছু পাৰ্থক্য লক্ষ্য কৰা যায়। গল্পবোৰৰ ওপৰত দুযোৰে জীৱন-দৰ্শনৰ ছাপ পৰিছে। ছাট্রে অস্তিত্ববাদী দৃষ্টিভঙ্গীৰে জীৱনৰ সমস্যা পৰ্য্যালোচনা কৰিছে। কেমুযেও এক বৈপ্লবিক চিন্তাধাৰাৰে প্ৰভাৱান্বিত হৈ আন এটি দৃষ্টিকোণৰ পৰা জীৱনৰ আলোচনা তুলি ধৰিছে। দুযোজন লেখকৰে বিশ্বাস জড়বাদৰ ওপৰত নাই। কিন্তু জড়বাদৰ ওপৰত ভিত্তি কৰিযেই দুযোৱে নতুন জীৱন-দৰ্শন বিচাৰি পাইছে। মানুহৰ বিচাৰ-শক্তিৰ ওপৰত বিশ্বাস ৰাখি দুযো দুটা বাটেদি আগ বাঢ়িছে। মানবতাৰ আদৰ্শ দুযোজন লেখকৰ আগত আছে। কিন্তু এই মানবতা যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত মানবতা, আধ্যাত্মিক বিশ্বাসৰ ওপৰত গঢ়ি উঠা মানবতা নহয়। কেমুৱে যুক্তিৰ দুৰ্বলতা স্বীকাৰ কৰিছে, ছাট্রে কৰা নাই। যুক্তিযে মানুহক এটা সীমাৰেখালৈকেহে আগুৱাই নিব পাৰে। যুক্তিৰ সহায়ত জগতৰ ৰহস্য বুজা নাযায়। অকল যুক্তিৰ ওপৰত গুৰুত্ব আৰোপ কৰাৰ ফল সংশয়বাদ বা নাস্তিকতা। আধুনিক যুগত সামাজিক, ৰাজনৈতিক আৰু নৈতিক অশান্তিৰ ছবি তুলি ধৰা দুযোজন লেখকৰে আদৰ্শ। প্ৰাচীন জীৱন-আদৰ্শৰ ওপৰত দুয়োজন লেখকৰে আস্থা নাই। দুয়োৱেই বিচাৰে জীৱনৰ নতুন মান উদ্ভাৱন কৰিবলৈ। প্ৰাচীন জীৱন-আদৰ্শৰ

ঠাইত নতুন আদর্শ স্থাপনৰ আশা কেমুৱে কৰে। ছাত্ৰৈৰ আদৰ্শ হ'ল গতিশীল। তেওঁৰ মতে সমাজৰ বিভিন্ন শক্তিৰ ক্ৰিয়া প্ৰতিক্ৰিয়াৰ পৰা জীৱনৰ আদৰ্শ গঢ়ি উঠিব আৰু আদৰ্শ হব আপেক্ষিক। ছাত্ৰৈ যুক্তিৰ ওপৰলৈ উঠা নাই। কেমুৱে হলে সমাজত নতুন আদৰ্শ স্থাপনত বিশ্বাস ৰাখিছে। কিন্তু তেওঁৰ জীৱন-দৰ্শনৰ ফালৰপৰা এই আদৰ্শও কেতিয়াও নিত্য হব নোৱাৰে। দুটা বাটেদি দুয়ো আগবাঢ়ি গলেও শেষত দুয়োৰেই যেন অজ্ঞাতসাৰে একেটা লক্ষ্যতেই উপনীত হৈছে।

---

# গল্পকাৰ ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু প্ৰেমচন্দ

আধুনিক ভাৰতীয় গল্প-সাহিত্যৰ বিকাশত দুজন শ্ৰেষ্ঠ গল্পকাৰৰ অৱদান বিশেষভাৱে উল্লেখযোগ্য। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু ঔপন্যাসিক প্ৰেমচন্দে গল্প-সাহিত্যৰ প্ৰভূত উন্নতি সাধন কৰিছে। ৰবীন্দ্ৰনাথ ঠাকুৰে গল্প লিখিছিল বঙ্গভাষাত আৰু প্ৰেমচন্দে লিখিছিল হিন্দীত। গল্পৰ ক্ষেত্ৰত প্ৰাচীন ভাৰতীয় সাহিত্যৰ সমৃদ্ধি সকলোৰে জনাজাত। উপনিষদ, ৰামায়ণ, মহাভাৰত আৰু অষ্টাদশ পুৰাণৰ উপৰিও কথা-সৰিৎসাগৰ আৰু বৌদ্ধ জাতকবোৰ শ শ উৎকৃষ্ট গল্পেৰে পৰিপূৰ্ণ। জৈৱিক ক্ষুধাৰ পীডনৰেপৰা আৰম্ভ কৰি গভীৰ আধ্যাত্মিক উপলব্ধিলৈকে নানান ভাবৰ সমাবেশ এইবোৰ গল্পত আছে। এইবোৰৰ মাজেদি অজ্ঞাত লেখকসকলৰ পৰ্য্যবেক্ষণ শক্তি আৰু গভীৰ আদৰ্শ-নিষ্ঠা ফুটি উঠিছে। জীৱনৰ বলবতী ক্ষুধাৰ পীডন কোনো জাতিয়ে উপেক্ষা কৰিব নোৱাৰে। ভাৰতেও কৰা নাই। লৌকিক জীৱনৰ ঘাত-প্ৰতিঘাত, আশা-আকাঙ্ক্ষা, জয়-পৰাজয় কাব্য আৰু পুৰাণবোৰৰ মাজেদি সুন্দৰকৈ ফুটাই তোলা হৈছে। অনিত্য সংসাৰ আৰু খন্তেকীয়া জীৱনৰ ওপৰত যিমানেই দাৰ্শনিক আলোচনা কৰা নহওক লাগে, অনিত্য জীৱনৰ নিত্য প্ৰবাহ কাব্য আৰু পুৰাণৰ মাজত কেতিয়াও ৰুদ্ধ হোৱা নাই। খৃষ্টীয় দশম একাদশ শতিকাৰেপৰা অৱশ্যে এই প্ৰবাহৰ গতি হৈছে ধীৰ আৰু মন্থৰ। এই কালছোৱাতে প্ৰাদেশিক ভাষাত নতুন সাহিত্য গঢ়ি উঠে। সংস্কৃত ভাষা-সাহিত্যই জীপ লৈ ডাঙৰ দীঘল হলেও কালক্ৰমত এইবোৰে নিজ নিজ শক্তিৰে বিস্তৃতি লাভ কৰিব ধৰিলে। ইংৰাজী শিক্ষাৰ প্ৰচলনৰ লগে লগে পাশ্চাত্য ভাবধাৰাৰ বন্ধ দুৱাৰ মুকলি হ'ল। লাহে লাহে প্ৰাদেশিক সাহিত্যবোৰৰ ওপৰত পশ্চিমীয়া প্ৰভাৱ পৰিব আৰম্ভ

কৰিলে। কিন্তু এই প্ৰভাৱে ভাৰতীয় সংস্কৃতিৰ লগত মিলি এটা নতুন ৰূপ ললে। গল্পৰ ক্ষেত্ৰত এই ৰূপ বিশেষভাৱে পৰিস্ফুট হল ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু প্ৰেমচন্দৰ হাতত।

ৰবীন্দ্ৰনাথ ঠাকুৰ এজন অসাধাৰণ প্ৰতিভাশালী ব্যক্তি। ১৯১৩ চনত তেওঁ ন'বেল বঁটা লাভ কৰে। ৰবীন্দ্ৰনাথৰ কাব্য-প্ৰতিভা জগতজোৰা। ভাবৰ সুকুমাৰতা, ভাষাৰ লালিত্য আৰু ছন্দৰ সন্মোহন তেওঁৰ বৈশিষ্ট্য। দয়াৰ্দ্ৰ চিত্ত, সম্প্ৰসাৰিত হৃদয় আৰু গ্ৰহণক্ষম মন তেওঁৰ বিভূতি। প্ৰকৃতিৰ বুকুত তেওঁ শিশু, মানুহৰ মাজত তেওঁ বন্ধু আৰু ভাবৰ উচ্ছ্বাসত তেওঁ অদৃশ্য শক্তি।

ৰবীন্দ্ৰনাথ ঠাকুৰ
১৮৬১-১৯৪১

এই শক্তিয়ে গল্পৰ মাজেদি প্ৰকাশ লাভ কৰিছে আন এটা ৰূপত—বাস্তবতাৰ ৰূপত। কল্পনাৰ মায়াপুৰীৰ মাজত অহৰ্নিশে বিচৰণ কৰি পৃথিবীৰ বোকাপানীৰ সোৱাদ লোৱাৰ ক্ষমতা নিচেই কম লোকৰে থাকে। ৰবীন্দ্ৰনাথ ঠাকুৰৰ হলে এই ক্ষমতা আছিল। যেতিয়া তেওঁ মানুহৰ মাজত সোমাই পৰিছে তেতিয়া কল্পনাৰ মাদকতাই তেওঁক বিভ্ৰান্ত কৰা নাই, ভাবপ্ৰৱণতাই সমস্যাৰপৰা তেওঁক আঁতৰাই লৈ যোৱা নাই। সূক্ষ্মদৰ্শী ব্যক্তিৰ দৰে তেওঁ জৈৱিক আৰু সামাজিক সমস্যাবোৰ তন্ন-তন্নকৈ বিশ্লেষণ কৰি চাইছে। গল্পবোৰত ঠায়ে ঠায়ে কাব্যিক প্ৰতিভাৰ প্ৰবেশ হলেও ইয়াৰ সৌৰভৰ মাদকতাৰ মাজত সমস্যাৰ তিক্ততা লুকাই পৰা নাই, বৰং কাব্যিক ভঙ্গীৰ সহায়ত ভাবৰ গভীৰতা আৰু অনুভূতিৰ তীব্ৰতা বেছি উজ্জ্বল হৈ পৰিছে।

ৰবীন্দ্ৰনাথ ঠাকুৰৰ গল্পৰ ওপৰত পাশ্চাত্য লেখকসকলৰ প্ৰভাৱ আছে নেকি আৰু থাকিলে কিমান আছে এই প্ৰশ্নৰ মীমাংসা সহজ নহয়। ৰবীন্দ্ৰনাথৰ ব্যক্তিত্ব অসাধাৰণ। তেওঁৰ সৃষ্টিধৰ্মিতা অনন্য-সদৃশ। যেতিয়া ভাৰতীয় সাহিত্যৰ ভূখণ্ডৰ মাজে মাজে পাশ্চাত্য ভাবধাৰাৰ সুঁতি বেগেৰে বৰলৈ ধৰে তেতিয়া তাৰ কুলু-কুলু ধ্বনিয়ে সৌন্দৰ্য্য-পিপাসুজনৰ মন স্বাভাৱিকতে আকৰ্ষণ কৰিব।

ৰবীন্দ্ৰনাথৰ গ্ৰহণক্ষম মনও পাশ্চাত্য চিন্তাধাৰাৰ প্ৰতি আকৃষ্ট হৈছিল। অকল আকৃষ্ট হোৱাই নহয়, পাশ্চাত্য প্ৰভাবত তেওঁৰ মন সমৃদ্ধ হৈয়ো উঠিছিল। কিন্তু নিজৰ স্বতন্ত্ৰতাৰ বিলোপ সাধন কৰি নৈৰ সৰু সৰু সুঁতিবোৰ পদ্মাৰ বহল বুকত লয় হৈ যোৱাৰ দৰে ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰশস্ত ভাৰতীয় মনৰ মাজত বাহিৰৰ সকলো প্ৰভাব সম্পূৰ্ণৰূপে লীন গৈছিল। এই কথা বিশেষভাবে সত্য তেওঁৰ গল্পৰ ক্ষেত্ৰত। তেওঁ অতি-প্ৰাকৃত ঘটনাৰ আলমত গল্প ৰচনা কৰিছে। কিন্তু এই গল্পৰ ওপৰত আৰভিং বা পো'ৰ প্ৰভাব আছে বুলি ভবা যুক্তি দুৰ্বল। স্বাভাবিক পৰিবেশৰ মাজত দুই চাৰি চৰিত্ৰৰ মুক্ত বিচৰণো তেওঁৰ হাতত চিত্ৰিত হৈছে, কিন্তু এই চিত্ৰণৰ ওপৰত মোপাছাঁৰ প্ৰভাব আছে বুলি কব নোৱাৰি। এইদৰে সমসাময়িক গল্পকাৰ ও হেন্‌ৰী আৰু চেক্‌খভৰ গল্পৰ প্ৰভাবো ৰবীন্দ্ৰনাথ ঠাকুৰৰ ওপৰত নাই। ঠাকুৰৰ পৰ্য্যবেক্ষণ ক্ষমতা তীক্ষ্ণ। নগৰ আৰু গাওঁ দুয়ো ঠাইৰে মানুহৰ সামাজিক আৰু জৈৱিক সমস্যাৰ লগত তেওঁৰ ঘনিষ্ঠ পৰিচয়। এই বাবে নিজৰ প্ৰতিভাৰ বলতে সম্পূৰ্ণ স্বাধীনভাৱে এই সমস্যাবোৰ ৰমণীয় ৰূপত তেওঁ প্ৰকাশ কৰিছে এজন ভাৰতীয় লোকৰ আদৰ্শনিষ্ঠাৰ মাজেদি। ৰবীন্দ্ৰনাথ ঠাকুৰৰ হাতত সঞ্জীৱিত হৈছে নদ-নদী, ফল-ফুল আদি প্ৰাকৃতিক জগতৰ সৌন্দৰ্য্য আৰু জীয়া ৰূপত চিত্ৰিত হৈছে বাংলাৰ নগৰ আৰু গাওঁবাসী ল'ৰা-ছোৱালী আৰু মুনিহ-তিৰোতাৰ কাৰ্য্যকলাপ। তেওঁৰ সুদক্ষ হাতৰ পৰশত চৰিত্ৰ হৈ পৰিছে স্পষ্ট আৰু কাব্যিক অন্তৰ্দৃষ্টিৰ ফলত বাসনা হৈছে পৰিস্ফুট। জৈৱিক ক্ষুধা তেওঁৰ হাতত কিন্তু তাৰ প্ৰচণ্ডতাৰ আগত সামাজিক আদৰ্শ চূৰ্ণ-বিচূৰ্ণ হোৱা নাই। ভালেমান চৰিত্ৰ আদৰ্শনিষ্ঠ, কৰ্ত্তব্যপৰায়ণ, ত্যাগী, বিবেচক। তেওঁৰ লেখাত শঠতা, প্ৰবঞ্চনাৰ পীডন কঠোৰ হলেও অপৰাজেয় নহয়। জৈৱিক বাসনাৰ তাডনাত মানুহ পশু হৈয়ো নপৰে। দুই চাৰি চৰিত্ৰৰ

ক্ষেত্রত জৈৱিক সম্ভোগৰ প্ৰলোভনো হৈ পৰিছে পৰাভূত। সামাজিক ঘাত-প্ৰতিঘাতৰ দোমোজাত দুটি এটি চৰিত্ৰৰ জীৱনলৈ নামি আহিছে করুণতা। আন কিছুমান চৰিত্ৰৰ অন্তৰত আছে আধ্যাত্মিক আদৰ্শৰ ওপৰত অটল বিশ্বাস আৰু ইয়াৰ বলতে দুই চাৰিয়ে শঠতা প্ৰবঞ্চনাৰ মায়াজালৰপৰা কৰিব পাৰিছে নিজকে মুক্ত। জীৱনৰ ভুল ত্ৰুটি হয়তো পদে পদেই আছে কিন্তু তাৰ সংশোধনৰ ক্ষমতাও জীৱনৰ দান। এই দান গ্ৰহণৰ ক্ষমতা কোনো কোনো ব্যক্তিৰ আছে, বহুতৰে নাই।

"পোষ্টমাষ্টাৰ" এটা সৰু গল্প। ঘটনা সাধাৰণ। কলিকতা মহানগৰীৰ পৰা আহি পোষ্টমাষ্টৰে চাকৰি কৰিলে গাৱঁত। আপোন জনৰপৰা তেওঁ আঁতৰত, নগৰৰ সা-সুবিধাৰ পৰা তেওঁ বঞ্চিত। গাৱঁৰে পিতৃমাতৃহীনা এক বালিকা। ৰতন তাইৰ নাম। বয়স বাৰ-তেৰ বছৰ। পোষ্টমাষ্টৰৰ তাই ভাত ৰান্ধে, ঘৰৰ কাম-কাজ কৰে। ৰতনৰ লগতে পোষ্টমাষ্টৰে কথা পাতে। তাইৰ ঘৰৰ কথা সোধে, নিজৰ ঘৰৰ কথাও কয়। পোষ্টমাষ্টৰৰ নিঃসঙ্গ জীৱন এই দৰে চলে। লাহে লাহে ছোৱালীজনীৰ প্ৰতি তেওঁৰ স্নেহৰ আকৰ্ষণ বাঢ়ি আহিল। তাইক তেওঁ আখৰ লিখিব শিকালে। এবাৰ পোষ্টমাষ্টৰৰ হ'ল নৰীয়া—শকত নৰীয়া। কেইবাদিনো শোৱাপাটীতে পৰি থাকিল তেওঁ। বয়স্কা ৰমণীৰ দৰে ৰতনে কৰিলে তেওঁৰ শুশ্ৰূষা। পোষ্টমাষ্টৰে আৰোগ্য লাভ কৰিলে। কিন্তু গাৱঁত তেওঁৰ মন নবহা হ'ল। এদিন ৰতনক মাতি আনি তেওঁ কলে তেওঁ গাৱঁৰপৰা গুচি যাব নগৰলৈ। তেওঁ চাকৰি ইস্তফা দিছে। দুনাই তেওঁ এই ঠাইলৈ নাহে। ৰতনৰ ইচ্ছা পোষ্টমাষ্টৰৰ লগতে তায়ো যায়। কিন্তু ৰতনৰ যোৱা নহ'ল। পোষ্টমাষ্টৰে বয়বস্তু লৈ নাৱত উঠিল। ৰতনৰ চকু চলচলীয়া হ'ল। পোষ্টমাষ্টৰৰ বুকুৰপৰাও ওলাই পৰিল বিষাদৰ এক তপত নিশ্বাস। ৰতনে মনতে আশা কৰি থাকিল হয়তো তাইৰ দেউতা এদিন ঘূৰি আহিব। কিন্তু তেওঁ নাহিল।

প্ৰকাশ ভঙ্গীৰ চাৰুতা আৰু গল্পৰ ধ্বন্যাত্মক কাৰুণ্যই এই সাধাৰণ ঘটনাটোকো মনোৰম কৰি তুলিলে। পোষ্টমাষ্টৰ নগৰলৈ অহাৰ পাছত অসহায়া ৰতনৰ অন্তৰৰ মূক বেদনাৰ তীব্ৰতা ব্যঞ্জিত হৈছে তাইৰ অহেতুক আকুল প্ৰতীক্ষাত। নাৱত উঠাৰ পাছত পোষ্টমাষ্টৰৰ মনত যি কৰ্ত্তব্যাকৰ্ত্তব্যৰ দ্বন্দ্ব জাগিছিল সেই দ্বন্দ্ব আঁতৰি গৈছে জীৱনৰ তত্ত্বৰ উপলব্ধিৰ কাৰণে। ৰতনে হলে বুজা নাই জীৱনৰ জটিলতা, জনা নাই তাৰ তত্ত্ব। সেইবাবে অন্তৰত হয়তো জাগি উঠিছে এক নিস্ফল আশা। সৰলাৰ এই নিষ্ফল আশাৰ মাজতে বেদনা হৈ পৰিছে মূৰ্ত্তিমন্ত।

"নষ্টনীড" এটা দীঘল গল্প। ভূপতিৰ বালিকা পত্নী চাৰুবালা। চাৰুবালাই যৌবনত ভৰি দিয়া সময়ত বাতৰি কাকতৰ সম্পাদনা আৰু ৰাজনৈতিক আলাপ আলোচনাত ভূপতি ব্যস্ত। টকাৰ অভাব তেওঁৰ নাই, কিন্তু সময়ৰ অভাৱ সদায়। চাৰুৰ লগত গতানুগতিক জীৱনযাপন কৰাৰ ফলত যৌবনৰ উন্মাদনাৰ মাজত দুয়োকে দুয়ো বিচাৰি নাপালে। ভূপতিয়ে যেতিয়া জীৱনৰ দাবী গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিল তেতিয়া চাৰুবালাৰ অন্তৰত অমলৰ প্ৰতি আকৰ্ষণৰ চুম্বক। অমল যুবক, চাৰুৰ খেলাৰ আৰু কল্পনাৰ সঙ্গী, সম্বন্ধত দেওৰ, ভূপতিৰ পেহীয়েকৰ ফালৰ। অমলে কবিতা আৰু প্ৰবন্ধ লিখে। চাৰুক পঢ়ি শুনায়। কেতিয়াবা কেতিয়াবা দুয়ো একেলগে বহি কল্পনা কৰে, ফুলনি গঢ়ি তোলাৰ কথা ভাবে। কল্পনাতে দুয়ো উপভোগ কৰে দিবাস্বপ্নৰ মাদকতা, অবাস্তব অথচ মধুৰ। চাৰুবালাই অমলৰ সৰুসুৰা কাম কৰি দিয়ে। ইয়াতেই তাই অনুভব কৰে এক তৃপ্তিৰ শিহৰণ। লাহে লাহে অমলক আপোন কৰি লোৱাৰ আকাঙ্ক্ষা তাইৰ অন্তৰত জাগে। অমলে মন্দাক কবিতা শুনালে চাৰুৰ মন অভিমানেৰে ভাৰাক্ৰান্ত হৈ উঠে। লাহে লাহে অমলে সকলো বুজি পায়। দৌৰাদৌৰিকৈ বিয়া কৰাই অমল বিলাতলৈ গুচি যায়। ভূপতি চাৰুৰ ওচৰলৈ আহে সন্দিগ্ধ

মনেৰে নহয়, খোলা ভাবে, অকপট চিত্তে। কিন্তু অমলৰ প্ৰতি তাইৰ ব্যাকুলতা চাৰুৱে লুকাব নোৱাৰে। বিজ্ঞ লোকৰ দৰে ভূপতিয়ে বিচাৰ কৰি চাই দেখে যে এক দুৰ্বল নাৰী-হৃদয় প্ৰবল সংসাৰৰ দ্বাৰা চাৰিওপিনে আক্ৰান্ত হৈ পৰিছে। ভূপতি মহীশূৰলৈ যাবলৈ ওলায়। এখন কাকতৰ সম্পাদনাৰ ভাৰ তেওঁৰ ওপৰত অৰ্পিত হৈছে। ঘৰৰপৰা ওলোৱাৰ সময়ত চাৰুৱে তেওঁৰ দুযোখন হাততে ধৰি কয় "মোকো লৈ যোৱা।" ভূপতিয়ে বুজে অমলৰ বিচ্ছেদ-স্মৃতিয়ে আগুৰা এই ঘৰৰ আবেষ্টনৰ পৰা চাৰুৱে হয়তো মুক্তিলাভ কৰিব, কিন্তু অন্তৰ ভাঙিপৰা, শোকপৰায়ণা এক নাৰীৰ সাহচৰ্য্য তেওঁ জানো প্ৰবাসত সহিব পাৰিব? ভূপতি অসম্মত হ'ল কিন্তু পিছ মুহূৰ্ত্ততে চাৰুক ওলাব কলে। চাৰুই উত্তৰ দিলে "নালাগে, থাওক"।

ভূপতি আদৰ্শনিষ্ঠ, কৰ্মতৎপৰ। যুবতী-ভাৰ্য্যাৰ সঙ্গ-সুখৰ মাদকতাৰ প্ৰতি তেওঁ অনাসক্ত। কিন্তু ভাৰ্য্যাৰ প্ৰতি তেওঁৰ মৰম স্নেহ অকপট। চাৰুৰ হৃদয়-দৌৰ্বল্য আছে। এই দৌৰ্বল্যই লাহে লাহে তাইৰ অন্তৰত শিপা মেলিছে। অমলৰ প্ৰতি চাৰুৰ যি অনুৰাগ সেই অনুৰাগ বৌৱেকৰ দেওৰৰ প্ৰতি থকা অনুৰাগ বুলি ভবা ভূপতিৰ দৰে সৰলচিতীয়া লোকৰ পক্ষে স্বাভাৱিক। কিন্তু ভূপতিয়ে যেতিয়া বুজিলে যে অমলৰ চিন্তাই চাৰুৰ মনোৰাজ্য সম্পূৰ্ণৰূপে অধিকাৰ কৰিছে আৰু তেওঁৰ কাৰণে তাত স্থানৰ অভাৱ, তেতিয়া হ'ল দুযোৰে বিচ্ছেদ। দুয়োৱেই ইয়াৰ প্ৰতি সচেতন হ'ল ভূপতিৰ বিদায় বেলাত।

গল্পটোৰ মাজেদি অবৈধ আকৰ্ষণ পৰিস্ফুট কৰা হলেও সামাজিক শৃঙ্খলা আৰু সনাতন নীতিধৰ্মৰ আদৰ্শৰ ছাপ ইয়াৰ ওপৰত আছে। ভূপতি ধীৰ, স্থিৰ আৰু বিবেচক। চাৰুৰ প্ৰতি দেখুৱা উদাসীনতাৰ প্ৰায়শ্চিত্ত কৰাৰ ইচ্ছা তেওঁৰ আছে কিন্তু চাৰুৰ ফালৰ পৰা অনুতপ্ত স্বামীক সাদৰে গ্ৰহণ কৰাৰ ক্ষমতা তাইৰ লোপ পাইছে। অমলৰ

প্ৰতি চাৰুৰ আকৰ্ষণ ৰোমাণ্টিক। কিন্তু ইয়াৰ গভীৰতাৰ শেল উভালি পেলাবলৈ তাই অক্ষম। সেযেহে অমলৰ বিচ্ছেদত তাই ভাগি পৰিছে। এটি বিচ্ছেদে দ্বিতীয় বিচ্ছেদৰ পথ পৰিষ্কাৰ কৰি তুলিছে।

"কাবুলীৱালা" এক পিতৃ-হৃদযৰ অপত্য-স্নেহৰ সুন্দৰ নিদৰ্শন। মিনি সৰু ছোৱালী। কাবুলীটোৰ প্ৰতি তাইৰ আকৰ্ষণ কৌতূহলৰ আকৰ্ষণ। কিন্তু এই আকৰ্ষণৰ মাজত কাবুলীৰ অপত্য স্নেহৰ দুৰ্বলতা মিনিয়ে বুজিব পৰা নাই, তাইৰ মাক-বাপেকেও পৰা নাই। কাবুলীয়ে মিনিক বাদাম, কিচ্‌মিচ্ দিযে, তাইক আদৰ কৰে, ভঙা ভঙা বংলা ভাষাত তাইৰ লগত কথা পাতে। মাকৰ মনত সন্দেহ উপস্থিত হয। কাবুলীটোৰ অন্তৰত দুৰভিসন্ধি নাইতো? এদিন পুলিচে কাবুলীটোক হাত-কেৰেযা লগাই বাটেদি লৈ গ'ল। সি খুন কৰিছে। বিচাৰত সি ফাটেকত পৰিল। কাবুলীৰ লগত মিনিৰো সম্বন্ধ ছিঙি গ'ল। লাহে লাহে মিনি ডাঙৰ হ'ল। ধূম-ধামেৰে পিতাকে তাইৰ বিযা পাতিলে। বাঁহী, ছানাই ভৈৰৱী ৰাগিণীত বাজি উঠিল। ঘৰত গোলমালৰ পযোভৰ, ব্যস্ততাৰ নিষ্কৰ্ম। হঠাৎ কাবুলীটো মিনিৰ ঘৰৰ দুৱাৰ-মুখত উপস্থিত হ'লহি। খুকীক সি লগ পাব খোজে। কিন্তু খুকী কইনা সাজিছে, কামত ব্যস্ত। দেখা তাইৰ লগত নহব। হতাশ মনেৰে কাবুলীটো উলটি যাব খুজিও ঘূৰি আহিল আৰু মিনিৰ পিতাকৰ হাতত এটা টোপোলা তুলি দিলে, বাদাম কিচ্‌মিচৰ টোপোলা। টোপোলাটো মিনিক দিব লাগে। কাবুলীৰ এজনী ছোৱালী আছে, মিনিৰ বয়সৰে। তাযো হযতো এতিযা ডাঙৰ-দীঘল হৈছে। তাইৰ স্মৃতিকণ লৈযেই সি আছে জীযাই। তাইৰ শিশু-হাতৰ ছাপ বুকুত বান্ধি লৈ সি প্ৰবাসত দিন নিযাইছে। এই ছবিয়ে তাৰ জীৱনৰ কাঁইটীযা বাটৰ ওপৰত আশাৰ ৰেঙণি পেলাইছে। মিনিক মতা হ'ল। কাবুলীটোৱে হাঁহি মাৰি সুধিলে "খুকী, শহুৰৰ ঘৰলৈ যাবা?"

মিনিৰ আগৰ চঞ্চলতা নাই। সলজ্জ নয়নে তাই তললৈ মূৰ কৰি থাকিল। কাবুলীটোৱে বুজিলে তাৰ ছোৱালীজনীও হয়তো এতিয়া যুবতী হৈ উঠিছে। তাইৰ লগতো সি নতুনকৈ পৰিচিত হব লাগিব।

অপত্য-স্নেহৰ গভীৰতা ঐশ্বৰ্য্যৰ আশীৰ্বাদৰ মাজত যেনেকৈ পৰিস্ফুট হয়, পৰ্ণ-কুটীৰবাসী দৰিদ্ৰৰ হৃদযতো সি তেনেকৈ ফুটি উঠে। জীৱন-যুদ্ধৰ তাডনাত নিজৰ কন্যাৰত্নক অকলে পেলাই থৈ দূৰ দূৰণিৰ এক বালিকাৰ ওপৰত কাবুলীয়ে ঢালি দিছে হৃদয উপচি পৰা সকলো মৰম আৰু চেনেহ। কাৰাবাসৰ নিৰ্য্যাতনে তাৰ মনৰ এই সুকুমাৰ বৃত্তি মচি পেলাব পৰা নাই। মুক্তি লাভ কৰিযেই সি দৌৰি আহিছে মিনিৰ ওচৰলৈ। মিনি পৰ্ণ-কুটীৰবাসী কাবুলীৰ ছোৱালী নহয। কিন্তু বিৰহবিধুৰ তাৰ পিতৃ-হৃদযে মিনিৰ দেহ-দৰ্পণত দেখিবলৈ পাইছে তাৰেই অনাদৃতা, অবহেলিতা দুহিতাৰ ছবি। “কাবুলীৱালা” বাৎসল্য স্নেহৰ শাশ্বত ইতিহাস।

“মাষ্টাৰ মশায” এটা দীঘল গল্প। গল্পৰ এটা অংশত অতি-প্ৰাকৃত ঘটনাৰ অভিজ্ঞতা আছে। গল্পৰ পৰিণতি অতি-প্ৰাকৃত বুলি নকলেও স্বাভাবিক অভিজ্ঞতাৰ অন্তৰ্গত নহয। বেণুগোপাল মজুমদাৰ ধনীৰ একমাত্ৰ সন্তান, লাহ-বিলাহত ডাঙৰ-দীঘল হোৱা ঘৰ-শুৱনি ল'ৰা হৰলাল অভাব, অনাটনৰ নিৰ্য্যাতনেৰে নিষ্পেষিত যুবক, কলেজৰ ছাত্ৰ, বেণুগোপালৰ ঘৰুৱা শিক্ষক। বেণুৰ দেউতাকৰ ঘৰতে থাকি তেওঁ কলেজত পঢ়িলে, বেণুৰ শিক্ষাদানৰ দাযিত্বও গ্ৰহণ কৰিলে। কম দিনৰ ভিতৰতে বেণুৰ ল'ৰালিযে হৰলালৰ হৃদয় মন অধিকাৰ কৰি পেলালে। বেণুযেও হৰলালৰপৰা আঁতৰত থাকি ভাল নোপোৱা হ'ল। বেণুৰ শিশু-সুলভ সকলো দৌৰাত্ম্যৰ মাজত হৰলালে লাভ কৰিলে এক অভিনব তৃপ্তি। আনে কলে, হৰলালে ল'ৰাটো নষ্ট কৰিলে। ছাত্ৰ মাষ্টৰৰ সম্বন্ধৰ মাজত কিছু দূৰত্ব থাকিব লাগে। বেণুৰ পিতাকৰ বন্ধু ৰতিকান্ত। তেওঁৰ আওপকীয়া ইঙ্গিতেৰে বেণুৰ

দেউতাকৰ মন কলুষিত কৰি তুলিলে। এনে সময়তে বেণুহঁতৰ ঘৰৰ পৰা কিছুমান কাপোৰ-কানি চুৰি হ'ল। বেণুৰ পিতাক অধৰলালে তেতিয়া হৰলালক আন ঠাইত থকাৰ পৰামৰ্শ দিলে। হৰলাল এটা সদাগৰী অফিচৰ কামত সোমাল। বৰ চাহাবৰ হৰলালৰ ওপৰত অগাধ বিশ্বাস। বেণুহঁতৰ ঘৰৰপৰা আঁতৰি আহিলেও বেণুৰ প্ৰতি হৰলালৰ স্নেহ অটুট আছে। মাজে মাজে সি মাকৰ আগত বেণুৰ কথা কয়। মাকৰো বেণুৰ প্ৰতি স্নেহ বাঢ়ি আহে। কেতিয়াবা মাকে বেণুক মাতি আনি তেওঁৰ ঘৰত খুৱায় কাৰণ বেণু এতিয়া মাতৃ-স্নেহৰপৰা বঞ্চিত হৈছে। হৰলালৰ মাকে বেণুক পুত্ৰবৎ স্নেহ কৰে। এদিন বেণুৱে খবৰ দিলে যে অধৰলালবাবুয়ে তুনাই বিয়াৰ বন্দবস্ত কৰিছে আৰু এই বিয়া সম্পন্ন হব বেণুৰ অজ্ঞাতে। বেণুৰ বিলাতলৈ যোৱাৰ ইচ্ছা। কিন্তু পিতাকে টকা দিয়াৰ সম্ভাবনা নাই। কেনেবাকৈ গুচি যাব পাৰিলে তেওঁ হয়তো পিছত টকা দিব। এতিয়া হলে দিয়াৰ আশা নাই। হৰলালে প্ৰত্যেক শনিবাৰে সাত আঠ হেজাৰ টকা মফঃচললৈ নিব লগা হয়। কাৰবাৰৰ লেঠাত। সিদিনা শনিবাৰ। হৰলালে টকা-কড়িৰ হিচাব কৰি আছে। এনেতে বেণু উপস্থিত হ'লহি। বেণুৰ লগত কেইবাটাও সোণৰ আঙঠি আৰু কিছুমান অলঙ্কাৰ। ৰাতি খোৱাৰ সময় হ'ল। হৰলাল ভিতৰলৈ গ'ল। বেণু অকলে বহি থাকিল। খাই-বই অহাৰ পাছত ভালেমানে ৰাতিলৈ গল্প কৰি বেণু উঠিল। হৰলাল শুলে কিন্তু নিশা ভাল টোপনি নহ'ল। চাৰিমান বজাত উঠি টকাবোৰ বাকচত ভৰাই লব খোজোতে তেওঁ দেখিলে তিনিখন নোটৰ মোনাত ধন নাই। হৰলালে যেন নিজৰ সংজ্ঞা হেৰুৱালে। বাকচটো ভালকৈ পৰীক্ষা কৰি চাই পালে এখন চিঠি, বেণুৰ হাতেলিখা চিঠি। বেণুৱে তিনি হেজাৰ টকাৰ নোট লৈ গৈছে। ৰাতিপুৱাই তাৰ জাহাজ এৰিব। তাৰ দেউতাকে হয়তো ঋণ পৰিশোধ কৰিব। নকৰিলেও তিনি হেজাৰ মূল্যৰ অলঙ্কাৰ সি বেগত এৰি থৈ গৈছে। তাৰেই তেওঁ কাম চলাব। হৰলালৰ মূৰত

সৰগ ভাগি পৰিল। ৰাতিপুৱা মফস্বললৈ যোৱা নহ'ল। বেগটো হাতত ওলোমাই তেওঁ অধৰবাবুৰ ঘৰ পালেগৈ। খণ্ডতে জ্বলিপকি থকা অধৰৰ হাতত তেওঁ সকলো গহনা-পাতি প্ৰত্যৰ্পণ কৰিলে, বেণুৰ চিঠিও দেখুৱালে। কিন্তু ফল নহ'ল। অধৰলাল হৰলালক অবিশ্বাস কৰিলে। টকা তেওঁ নাপালে। অফিচত বৰ চাহাবে তেতিয়াও হৰলালৰ ওপৰত বিশ্বাস হেৰুৱাই পেলোৱা নাই। তেওঁ হৰলালক সময় দিলে। এদিনৰ ভিতৰতে টকা ঘূৰাই দিব পাৰিলে তেওঁক ক্ষমা কৰা হব আৰু তেওঁৰ চাকৰিও বাহাল থাকিব। উপায় বিচাৰি কলিকতা চহৰৰ বাটে বাটে পাগলৰ দৰে হৰলাল ঘূৰি ফুৰিব ধৰিলে। ঘূৰি ঘূৰি ফুৰোঁতে শেহত তেওঁৰ মনত উপায়ৰ চিন্তাও নোহোৱা হৈ পৰিল। উদ্দেশ্যহীন ভাবে এনেযে তেওঁ ঘূৰি ফুৰিব ধৰিলে। লাহে লাহে তেওঁৰ দেহ-মন অৱশ হৈ পৰিল। শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গত ক্লান্তিৰ জড়তা অনুভূত হ'ল। হৰলালৰ চকুৰ আগত জিলিকি উঠিল তেওঁৰ স্নেহময়ী মাতৃৰ দেৱীমূৰ্ত্তি। হৰলাল এখন ঘোৰাগাড়ীত উঠিল। নিশা ময়দানৰ বাটে বাটে তেওঁ ঘূৰি ফুৰিব ধৰিলে। অলপ পিছত খিৰিকীখনত মূৰ থৈ হৰলালে চকু মুদিলে। তেওঁৰ মনৰ অস্থিৰ বেদনা যেন হঠাতে নাইকিয়া হ'ল। আকৌ তেওঁৰ চকুৰ আগত জিলিকি উঠিল স্নেহময়ী মাতৃমূৰ্ত্তি। এই মূৰ্ত্তিয়ে লাহে লাহে বিৰাট সত্তা লাভ কৰি সকলো আচ্ছন্ন কৰি পেলালে। হৰলালৰ পাৰ্থিৱ সত্তাও তাৰ লগত মিলিত হৈ পৰিল। ৰাতি এটা বাজিল। গাৰোৱানে গাড়ী কলৈ নিব লাগে বুলি বাৰে বাৰে সুধিলে কিন্তু ভিতৰৰপৰা কোনো উত্তৰ শুনা নগ'ল। নামি আহি গাৰোৱানে দেখিলে হৰলালৰ হাত-ভৰি ঠৰঙা লাগিছে, হৃদয়ৰ শ্বাস-প্ৰশ্বাস বন্ধ।

গল্পটোৰ আৰম্ভণিতে নিশা বিলাত-ফেৰৎ বেণুগোপাল মজুমদাৰে যি অবাস্তৱ অথচ স্পষ্ট অভিজ্ঞতা লাভ কৰিছে তাৰ সাধাৰণ সাদৃশ্য গগলৰ "দি ক্লোক" বোলা গল্পৰ একাংশৰ লগত আছে। গল্পটোৰ

এই অংশত গগলৰ ক্ষীণ প্ৰভাব পৰিবও পাৰে। দাৰিদ্ৰ্য-নিপীড়িত হৰলালৰ বেণুগোপালৰ প্ৰতি থকা প্ৰীতি অকৃত্ৰিম। বেণুৰ মাক-বাপেকৰ সন্দেহৰ মাজতো এই মৰম স্নেহ অটুট্ আছে। অধৰলাল আৰু ঘৈণীয়েকে এই স্নেহৰ গভীৰতা বুজা নাই। তেওঁলোকে বুজিবলৈ চেষ্টাও কৰা নাই। ঐশ্বৰ্য্যৰ প্ৰাচুৰ্য্যৰ মাজত থাকি দৰিদ্ৰ-হিয়াতো যে সজগুণৰ কমলকলি ফুটিব পাৰে তাৰ ধাৰণা তেওঁ-লোকৰ মনত নাই। আনহাতে হৰলালৰ মাকৰ সৰলচিতীয়া আচৰণ আৰু বাৎসল্য স্নেহৰ মাযাত বেণুগোপাল হৈছে অভিভূত। বেণুগোপালে ভবা নাছিল তাৰ দুষ্কৃতিয়ে এজন সৰল আৰু আপোন-ভোলা মানুহৰ কি সৰ্ব্বনাশ কৰিব। বেণুৰ প্ৰতি থকা হৰলালৰ স্নেহ অচঞ্চল আৰু গভীৰ। বেণুৱে তেওঁৰ টকা লৈ গৈছে বুলি তেওঁ ৰৰচাহাবৰ আগত প্ৰকাশ কৰা নাই। বেণুৰ ওপৰত দোষ জাপি দিযাতকৈ সেই দোষ নিজৰ ওপৰতে তেওঁ জাপি লৈছে। হৰলাল ভাব-প্ৰৱণ। জীৱনৰ নিষ্ঠুৰ আঘাত হৰলালৰ ওপৰত পৰিছে। শেষৰ আঘাতত তেওঁ ভাগি পৰিল। মানসিক দ্বন্দ্বৰ প্ৰবল পীড়ন আৰু মন্ত্ৰমুগ্ধৰ দৰে অহেতুক বিচৰণৰ মাজত হৰলালৰ জীৱনৰ সমাপ্তি হ'ল। এনে সমাপ্তি অসম্ভৱ নহলেও অস্বাভাৱিক।

"ৰাসমণিৰ ছেলে" আন এটা দীঘল গল্প। ৰাসমণিৰ স্বামী ভবানীচৰণ শনিযাড়িৰ বিখ্যাত চৌধুৰী বংশোদ্ভৱ সৰলচিতীয়া, নিষ্কৰ্মা ব্যক্তি। বংশ-মৰ্য্যাদা আৰু অতীত মাধুৰ্য্যৰ প্ৰতি তেওঁৰ আকৰ্ষণ। ডাঙৰ ডাঙৰ কথা তেওঁ ভাবে। টকা-পইচা খৰচত তেওঁৰ হাতৰ মুঠি খোলা, কিন্তু তালুক পৰিচালনা কৰি অৰ্থোপাৰ্জনৰ বাট সুগম কৰিবলৈ তেওঁ অক্ষম। পৰিয়াল বিভক্ত হোৱাৰ পাছত তেওঁ এখন উইলৰ কথা সদায় কয। মানুহৰ লগত এই প্ৰসঙ্গৰ উত্থাপণতে তেওঁ পায তৃপ্তি। ৰাসমণি আৰু ভবানীচৰণৰ একমাত্ৰ সন্তান কালীপদ। চৌধুৰী বংশৰ সন্তানৰ মৰ্য্যাদা ৰক্ষা কৰি কালীপদক তুলি-তালি ডাঙৰ-দীঘল কৰিবলৈ ভবানীচৰণৰ ইচ্ছা।

কিন্তু বাটত অৰ্থৰ অভাৱ। ৰাসমণি স্নেহশীলা আৰু কৰ্তব্য-পৰায়ণা। আৰ্থিক অনাটনৰ তাডনা ৰাসমণিয়ে ভুগিছে। ভবাণীচৰণে তাৰ গম পোৱা নাই। এইবাবে ৰাসমণিয়ে কালীপদক সকৰেপৰা কষ্ট-সহিষ্ণু কৰি তুলিছে। কালীপদই পঢ়াশুনাত কৃতিত্বৰ পৰিচয় দিলে। তাক কলিকতালৈ পঠোৱা হ'ল। কালীপদৰ এই উন্নতিত ভবানীচৰণ হৈ পৰিল আপোন-পাহৰা। উইলৰ কথা তেওঁ পাহৰি গ'ল। কালীপদৰ কৃতিত্বই তেওঁৰ মনোৰাজ্য সম্পূৰ্ণৰূপে অধিকাৰ কৰি পেলালে। ভবানীচৰণে নাজানে কলিকতাত কি দুখ-কষ্টৰ মাজত জীৱন যাপন কৰি কালপদই পঢ়াশুনা কৰিছে। মাকৰ আশীৰ্বাদ শিৰত লৈ কালীপদ কলিকতালৈ আহিছিল আৰু মাকৰ নিৰ্দেশকে বেদবাণী ৰূপে গ্ৰহণ কৰি সি কলিকতাত দিন নিযাইছে। মেছৰ সঙ্গীসকলৰ দৌৰাত্ম্য আৰু ঠাট্টা-বিদ্ৰূপকো নেওচি এক অস্বাস্থ্যকৰ কোঠাত সি পঢ়াশুনা কৰিছে। সঙ্গীসকলৰ দৌৰাত্ম্যৰ ফলতে কালীপদ হঠাৎ ৰুগ্ন হৈ পৰিল। ভবানীচৰণ কলিকতালৈ আহিল। নিপীডনকাৰী সকলেই চিকিৎসাৰ ভাল বন্দবস্ত কৰিলে। বেমাৰ শাম কটাৰ লক্ষণো দেখা গ'ল। কিন্তু হঠাতে বেমাৰ বৃদ্ধি পাই কালীপদ মৃত্যুৰ মুখত পৰিল। ৰাসমণি যেতিয়া কলিকতা পাযহি তেতিয়া কালীপদৰ অন্তিম অৱস্থা। কালীপদৰ মৃত্যুত ভবানীচৰণ পগলাৰ দৰে হৈ পৰিল। কালীপদ আছিল তেওঁৰ জীৱনৰ সকলো আশা-ভৰসাৰ স্থল। তেওঁৰ সমগ্ৰ জীৱন কালীপদৰ সত্তাই আগুৰি আছিল। কালীপদৰ মৃত্যুত তেওঁৰ সকলো শেষ হ'ল। আজি সান্ত্বনা লভিবলৈ তেওঁৰ একো নাই। তেওঁ দৰিদ্ৰ, হতভগা, অপুত্ৰক। ভবানীচৰণৰ অৱস্থা দেখি ৰাসমণিয়ে হিয়া ধাকুৰি কান্দিব নোৱাৰিলে। নীৰবে অকলে চকুপানী টুকি টুকি তেওঁ দুঃসহ বেদনাৰ বোজা ববলৈ ধৰিলে। ভবানীচৰণৰ অৱস্থালৈ লক্ষ্য কৰি ৰাসমণিয়ে দেখিলে তেৱোঁ যেন হৈ পৰিছে এক অসহায় শিশু। ৰাসমণিৰ অন্তৰত বৈ থকা মূক বেদনা করুণ কিন্তু তাতোকৈ করুণ ভবানীচৰণৰ সৰ্ব-গ্ৰাসী

অন্তৰ্দাহ। শেহত হেৰোৱা উইলখন যেতিয়া আচৰিত ৰকমে তেওঁৰ কোঠাৰ ভিতৰত পোৱা হ'ল তেতিয়া ভবানীচৰণৰ মনত তাৰ মূল্য নাই। কালীপদই গ'ল যেতিয়া উইল নাইবা সম্পত্তিৰ জানো কিবা প্ৰয়োজন আছে?

"ৰাসমণিৰ ছেলে" এটা উৎকৃষ্ট করুণ-ৰসাত্মক গল্প। "ৰাইদাৰছ্ তু দি ছি" নামৰ একাঙ্ক নাটকত থকা পুত্ৰহীনা মৌৰীয়াৰ মূক বেদনাৰ অনুৰূপ ৰাসমণিৰ মনোবেদনা। কালীপদ ৰাসমণিৰ আপোন হাতেৰে গঢ়া নয়নৰ মণি। কালীপদৰ মৃত্যুৰ পাছত পুত্ৰ-বৎসলা ৰাসমণিৰ অন্তৰ-বেদনা অশ্ৰুপাতৰ মাজেদি নিজৰি ওলোৱা নাই। অকৰ্মণ্য, অসহায় আৰু ভগ্ন-হৃদয় ভবানীচৰণৰ আগত তেওঁ অশ্ৰুপাত কৰিব নোৱাৰে। নিষ্ঠুৰ, অস্বাভাৱিক সংযমত তেওঁৰ হিয়া গুৰি হৈ যাব খোজে। তথাপি অশ্ৰুৰোধ তেওঁৰ কৰ্ত্তব্য। যি কৌশলৰ অৱলম্বনত ভবানীচৰণৰ শোকৰ তীব্ৰতা দেখুৱা হৈছে সিয়েই ব্যঞ্জিত কৰিছে ৰাসমণিৰ অন্তৰত জ্বলা শোকৰ পোৰণি। কালীপদৰ মৃত্যুয়ে ভবানীচৰণৰ জীৱনলৈ আনিছে এক অবৰ্ণনীয় হাহাকাৰ। ফুলৰ বাগিছাৰ পিনে চাই তেওঁ কালীপদৰ কাৰণে কান্দিছে। কালীপদই সৰুতে পিন্ধা চটি জোতা দেখিবলৈ পাই তেওঁৰ অন্তৰত উথলি উঠিছে শোকৰ উৰ্মি। যিপিনেই চায় সেইপিনেই তেওঁ দেখিবলৈ পায় কালীপদৰ অভাব। বাহিৰত ভৰিৰ শব্দ শুনিলে তেওঁ ভাবে কালীপদ আহিল। তুৱাৰ মেলি বাহিৰলৈ ওলাই বাগিছাৰ ইমূৰৰপৰা সিমূৰলৈ তেওঁ পৰীক্ষা কৰে। তেওঁ হতাশ হয়, বুজে কালীপদ নাই, কালীপদ নাহে। ভবানীচৰণৰ জীৱনলৈ নামি অহা এই দুঃসহ বেদনাৰ দৃষ্টিত ৰাসমণিৰ হৃদয় ভাগি পৰে। ৰাসমণি দৃঢ় হবলৈ চেষ্টা কৰে। জীৱনৰ লগত সংগ্ৰামৰতা ৰাসমণিৰ দৃঢ়তাৰ মাজতে আছে নাৰী-হৃদয়ৰ কাৰুণ্য।

গদ্য-লেখক হিচাবে ৰবীন্দ্ৰনাথৰ কৃতিত্ব গল্প-সমূহত। তেওঁৰ গল্পৰ মাজত আছে ভবানীচৰণৰ দৰে আভিজাত্যাভিমানী ব্যক্তি, ভূপতিৰ

দৰে উচ্চ-মধ্যবিত্ত লোক, তাৰাপদৰ দৰে সংসাৰৰ প্ৰতি অনাসক্ত যুবক, আৰু ৰাইচৰণৰ দৰে কৃতজ্ঞ আৰু ত্যাগী ভৃত্য। সমাজৰ ভিন ভিন স্তৰৰপৰা লোৱা এই চৰিত্ৰবোৰ তেওঁৰ লেখাৰ মাজত জীৱন্ত হৈ উঠিছে। বাংলাৰ গ্ৰাম্য-সৌন্দৰ্য্যৰ প্ৰভাব ভালেমান গল্পৰ ওপৰতে আছে। গল্পকাৰৰ সৃজনী শক্তিয়ে সাধাৰণ ঘটনাৰ মাজতো বিচিত্ৰ-তাৰ বৈশিষ্ট্য বিচাৰি পাইছে। "নষ্টনীড", "কাবুলীৱালা", "ৰাসমণিৰ ছেলে" প্ৰভৃতি গল্পত বিচ্ছেদ, মিলন আৰু মৃত্যুৰ কাৰুণ্য অপূৰ্বভাবে পৰিস্ফুট কৰা হৈছে। ভূপতি আৰু চাৰুবালাৰ বিচ্ছেদৰ ইঙ্গিতত এটা জীৱনৰ পৰিহাস নিপুণতাৰে তুলি ধৰা হৈছে। গল্পকাৰৰ কৌশলৰ বলত চাৰু আৰু ভূপতি কেৱেই পাঠকৰ সহানুভূতিৰপৰা বঞ্চিত হোৱা নাই, অথচ দুয়োৰেই হৈছে বিচ্ছেদ। জীৱনৰ কাৰুণ্য এনেকৈয়ে দেখা দিয়ে। ফাটেকৰপৰা ওলাই কাবুলীটো লৰি আহিছে মিনিৰ ওচৰলৈ। আগৰ দৰে তাৰ হাতত বাদাম কিচ্‌মিচৰ টোপোলা। পিতৃ-স্নেহেৰে সম্প্ৰসাৰিত তাৰ হৃদয়-পটত মিনি তেতিয়াও সৰু ছোৱালীজনী হৈয়েই আছে। কিন্তু যৌবন-নম্ৰা মিনি যেতিয়া তাৰ আগত ওলালহি তেতিয়াহে সি বুজিলে তাৰ ছোৱালী-জনীৰ লগতো হয়তো নতুনকৈ চিনাকি হোৱাৰ প্ৰয়োজন তাৰ হব। কাবুলীটোৰ চকুৰেদি নিশ্চয় তেতিয়া আনন্দাশ্ৰু নিজৰি ওলাইছিল। "ৰাসমণিৰ ছেলে"ত গল্পকাৰে ভবানীচৰণৰ শোকৰ তীব্ৰতা প্ৰকাশ কৰি ৰাসমণিৰ মনোবেদনাৰ যি আভাস ইঙ্গিতেৰে দিছে তাৰ ফলত ভবানীচৰণ আৰু ৰাসমণি দুয়োটা চৰিত্ৰই হৈ উঠিছে কৰুণ-মধুৰ।

হাস্যৰস, ব্যঙ্গ, কৰুণতা, আতঙ্ক প্ৰভৃতি সকলো ক্ষেত্ৰত সমানে নিপুণতাৰ পৰিচয় ৰবীন্দ্ৰনাথ ঠাকুৰ দিছে। "ক্ষুধিত পাষাণ", "মণিহাৰা" আদি গল্পৰ মাজেদি যি অতি-প্ৰাকৃত ঘটনাৰ বিৱৰণ দিয়া হৈছে তাৰ বাস্তৱ ৰূপ ইন্দ্ৰিয়-গ্ৰাহ্য। পুৰণি প্ৰাসাদৰ অন্তঃপুৰত সম্ভোগ-বাসনামত্তা নাৰীৰ বিচৰণ, ফণিভূষণৰ শয়ন-কক্ষত আবিৰ্ভূত হোৱা অলঙ্কাৰ-শোভিত মণিমালিকাৰ কঙ্কাল যেন স্পৰ্শক্ষম, বাস্তৱ।

কোনো কোনো গল্পৰ যোগেদি প্ৰকাশিত হৈছে ত্যাগৰ মাহাত্ম্য আৰু আদৰ্শৰ প্ৰতি নিষ্ঠা। "দুৰাশা"ত নাৰী-হৃদয়ৰ আদৰ্শ অনুসৰণৰ ত্যাগ চিত্ৰিত হৈছে। বাস্তবতাৰ পৰশত নাৰীৰ অন্তৰত আক্ষেপ জাগি উঠিলেও তাইৰ মনোময় আদৰ্শ অবিচলিত হৈ আছে।

ৰবীন্দ্ৰনাথৰ প্ৰকাশভঙ্গীৰ মাজত আছে কাব্যিক মাধুৰ্য্য। তেওঁৰ বৰ্ণনা আৰু ঘটনা উত্থাপণ ৰীতি ৰসঘন। গল্পবোৰৰ মাজত বৰ্ষাৰ মেঘমালা, বিজুলীৰ চমক আৰু আকাশী গঙ্গাৰ দৰে মূষলধাৰেৰে নামি অহা বৃষ্টিস্ৰোত সঘনে পোৱা যায়। বৰ্ষাৰ প্ৰতি গল্প-লেখকৰ যেন পক্ষপাতিত্ব আছে।

আধুনিক হিন্দী সাহিত্যত সুপ্ৰতিষ্ঠিত ঔপন্যাসিক প্ৰেমচন্দে গল্পৰ যোগেদি অভাব-অনাটনক্লিষ্ট ভাৰতীয় জনসাধাৰণৰ যাতনা, বেদনা আৰু আশা আকাঙ্ক্ষা মূৰ্ত্ত কৰিবলৈ যত্ন কৰিছে। প্ৰেমচন্দে জন্ম গ্ৰহণ কৰিছিল গাওঁত। গতিকে নিৰীহ গাওঁলীয়া জনতাৰ ওপৰত ধনিক শ্ৰেণীৰ নিপীড়ন আৰু সামাজিক কুসংস্কাৰৰ বলত এদল লোকে আন দলৰ প্ৰতি দেখুৱা অমানবোচিত আচৰণ তেওঁৰ ওচৰত সম্পূৰ্ণ কাল্পনিক কথা নহয় কিন্তু বাস্তব অভিজ্ঞতা। দৰিদ্ৰ, কুসংস্কাৰাচ্ছন্ন আৰু অবহেলিত জনতাৰ প্ৰতি সহানুভূতিশীল লেখক ভাৰতত আছে কিন্তু প্ৰেমচন্দৰ নিচিনাকৈ খুব কম লেখকেইহে দৰিদ্ৰ লোকৰ সাংসাৰিক জীৱনৰ ছবি দক্ষতাৰে পুথিৰ পাতত তুলি ধৰাৰ সঙ্কল্প গ্ৰহণ কৰিছে। অকল আমাৰ দেশতে নহয়, পৃথিবীৰ ভালেমান লেখকৰে লেখাত মূৰ্ত্ত হৈছে উচ্চ আৰু নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ লোকৰ আশা আৰু আদৰ্শ। অনাদৃত কৃষক, বনুৱা, মুচি, পিয়ন প্ৰভৃতি অৰ্থাভাবত জুৰুলা হৈ পৰা শ্ৰেণীৰ জীৱনত দেখা দিয়া সমস্যা কমসংখ্যক লেখকৰ লেখাতহে স্থান পাইছে। প্ৰেমচন্দ হলে এই শ্ৰেণীৰ লোকৰ প্ৰতি বিশেষ-ভাৱে আকৃষ্ট। এই শ্ৰেণীৰ লোকে তেওঁৰপৰা সহানুভূতি লাভ কৰিছে কিন্তু এওঁলোকৰ মাজত থকা সৰুসুৰা দুৰ্বলতাৰ প্ৰতিও

প্ৰেমচন্দ

তেওঁ মনযোগ নিদিযাকৈ থকা নাই। জীৱনত সং আৰু অসতৰ দ্বন্দ্ব চিৰকলীয়া। অসতৰ আধিপত্যও ব্যাপক। কিন্তু একো একোটি মহৎ কাৰ্য্যই সকলো স্বাৰ্থপৰ আৰু অসৎ অভিপ্ৰায়ৰ ওপৰত হঠাতে জিলিকি উঠি জীৱনৰ আন্ধাৰ বাট পোহৰাই তোলে। মহত্ত্বৰ এই উজ্জ্বলতাই জীৱনৰ বাটৰ সন্ধান দিয়াৰ উপৰিও পোহৰাই তোলে জীৱনৰ তত্ত্ব। প্ৰেমচন্দৰ গল্পৰ সৰহ ভাগতে এই তত্ত্ব বাস্তৱ ৰূপত মূৰ্ত্তিমন্ত কৰা হৈছে।

প্ৰেমচন্দৰ কলা-কৌশল আৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ কলা-কৌশলৰ মাজত পাৰ্থক্য আছে। প্ৰকৃতিক সঞ্জীৱিত কৰি পৰিবেশৰ ৰমণীয়তা-সৃষ্টি, মানব-চৰিত্ৰৰ সূক্ষ্ম বৈশিষ্ট্যৰ ব্যঞ্জনা আৰু কাব্যিক মাধুৰ্য্যেৰে গল্পৰ পুষ্টি-সাধন ৰবীন্দ্ৰনাথৰ বিশেষত্ব। বাস্তৱ ঘটনাৰ লগে লগে চৰিত্ৰবোৰৰ অন্তৰ্দ্বন্দ্বযো ৰবীন্দ্ৰনাথৰ হাতত স্পষ্ট হৈ উঠে। প্ৰেমচন্দৰ হলে দক্ষতা প্ৰকাশিত হয় চৰিত্ৰবোৰৰ বাস্তৱ ৰূপদানত। এই ৰূপদান কাব্যিক নহয়, লৌকিক। প্ৰাকৃতিক ঐশ্বৰ্য্যৰ পটভূমিৰ ওপৰত এই চৰিত্ৰবোৰৰ জৈৱিক নাইবা সামাজিক সমস্যাৰ বিশ্লেষণৰ ইচ্ছাও তেওঁৰ নাই। স্থূল ৰূপত চৰিত্ৰবোৰ উত্থাপন কৰি এই-বোৰৰ জীৱনত দেখা দিয়া জ্বলন্ত সমস্যাৰ ক্ৰূৰতা প্ৰকাশ কৰাত তেওঁৰ কৃতিত্ব। তেওঁৰ দৃষ্টিভঙ্গী সম্পূৰ্ণ বাস্তৱ। তথাপি তেওঁ সম্পূৰ্ণৰূপে যথাৰ্থবাদী লেখক নহয়। তেওঁৰ সৰহ ভাগ গল্পতে আদৰ্শানুৰাগ প্ৰকাশিত হৈছে। জীৱনৰ কিছুমান মানৱ ওপৰত তেওঁৰ অটল বিশ্বাস। অত্যাচাৰ, উৎপীড়ন নাইবা অভাব অনাটনৰ দানবীয় কাৰ্য্যৰ মাজতে মানৱৰ মহত্ত্ব সম্পূৰ্ণৰূপে লুকাই নপৰে। অন্যায় অপৰাধৰ অন্ততো মানব-চৰিত্ৰত তেওঁ মহত্ত্ব বিচাৰি পাইছে। স্বাৰ্থপৰতা, ক্ৰূৰতা আৰু সামাজিক কুসংস্কাৰৰ ওপৰতো পুৰতী ভোটাৰ দৰে দয়া, কৰুণা, ক্ষমা প্ৰভৃতি সজ গুণবোৰ জিলিকি আছে। পুত্ৰহত্যাকাৰী, আশ্ৰয়-প্ৰাৰ্থী দুস্মনক শোকাতুৰ বৃদ্ধ পিতৃয়ে শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰি ক্ষমাৰ মহত্ত্বৰ চানেকি তুলি ধৰিছে। একালৰ

বন্ধুৰ ওপৰত মোকৰ্দমাত কুৰি হাজাৰ টকা ডিক্ৰী কৰি লৈয়ো শেহত ডিক্ৰীদাৰে বন্ধুক ঋণ-পৰিশোধৰ দুশ্চিন্তাৰপৰা মুক্ত কৰিছে। ধনৰ প্ৰভাৱ আৰু আদৰ্শৰ দৃঢ়তাৰ সংঘাতৰ মাজত জুৰুলা হৈ পৰা আদৰ্শবাদী যুৱকৰ ওচৰতো হৈছে বিজেতা ধনী মহাজন অৱনত আৰু বিজিত যুৱকৰ গুণগ্ৰাহী ব্যক্তি। এজনী বোৱাৰীৰ অপমানৰ পৰা উদ্ভৱ হোৱা ভ্ৰাতৃ-কন্দলৰো নাটকীয়ভাৱে সমাপ্তি ঘটিছে অপমানিতা বোৱাৰীৰ ক্ষমা আৰু সহিষ্ণুতাৰ গুণতে। প্ৰেমচন্দৰ সৰহ ভাগ গল্পতে চৰিত্ৰৰ মহত্ত্ব জিলিকি আছে। এই মহত্ত্ব সম্পূৰ্ণ স্বাভাৱিক অৱস্থাৰ মাজেদি স্বাভাৱিক ৰূপত পৰিস্ফুট কৰাৰ চেষ্টা আছে। যিবোৰ গল্পত ব্যঙ্গৰ আধিক্য আছে সেইবোৰ সাধাৰণতে এই নিয়মৰ ব্যতিক্ৰম।

"সুজান ভগত" এটা চুটি গল্প। আৰ্থিক স্বচ্ছলতা অহাৰ লগে লগে সুজানৰ ধৰ্মৰ প্ৰতি আসক্তি বাঢ়িল। ভাগ্য তাৰ ওপৰত সুপ্ৰসন্ন। তাৰ খেতি-পথাৰত সোণ উৎপন্ন হৈছে। আনে পৰিশ্ৰম কৰি যি পোৱা নাই ভাগ্যৰ বলত সি তাতকৈ বেছি পাইছে। সেই বাবে মহন্তসকলৰ প্ৰতি তাৰ শ্ৰদ্ধা। গধূলি এতিয়া তাৰ ঘৰত খোল-মৃদঙ্গৰ শব্দ আৰু সংকীৰ্ত্তনৰ সুৰলা সুৰ। দূৰৰ তীৰ্থযাত্ৰী-সকলে গাৱঁলৈ আহিলে সুজানৰ আতিথ্য গ্ৰহণ কৰি পৰিতৃপ্তি লাভ কৰে। জীৱন ক্ষণস্থায়ী, কচুপাতৰ পানীৰ দৰে চঞ্চল। শুভকাৰ্য্য সোনকালে সম্পন্ন কৰিব লাগে। সুজান গয়ালৈ যাবলৈ ওলাল। ঘৈণীয়েক বুলাকীৰ সংসাৰৰ প্ৰতি ঘোৰ আসক্তি, অৰ্থৰ প্ৰতি মোহ। বুলাকীয়ে বাধা দিলে। কিন্তু সুজান ওলাল। বুলাকীও গ'ল। ইয়াৰ পাছত আৰম্ভ হ'ল যজ্ঞ, ব্ৰাহ্মণ-ভোজন, দান-দক্ষিণা আৰু কত কি। সুজান মেহ্‌টোৱে শেহত ভকত মালা ললে। আধ্যাত্মিক জীৱন-যাপনৰ ফলত লাহে লাহে সি ঘৰৰ ওপৰত কৰ্ত্তৃত্ব হেৰুৱাই পেলালে। ল'ৰাইঁতে খেতি পথাৰলৈ যায়, গৰু-গাই চৰায়, খেতি-বাতি কৰে। সুজান ভকত এতিয়া বাণপ্ৰস্থী। অতিথি-সেৱা

তেওঁৰ ব্ৰত। এদিন এজন সন্ন্যাসী দুৱাৰ মুখত উপস্থিত হ'ল। বুলাকী কামত ব্যস্ত। লৰালৰিকৈ তাই ওলাই অহা নাই, আহিবৰ ইচ্ছাও কৰা নাই। সাধু-সন্ন্যাসীক দান দি তাইৰ আমনি লাগিছে। সুজানৰ খং উঠিল। নিজেই ঘৰৰ ভিতৰ সোমাই এসেৰমান জব উলিয়াই আনিলে। ততালিকে বৰ ল'ৰা ভোলাই খৰাহীটো তাৰ হাতৰ পৰা কাঢ়ি লৈ গ'ল, কলে, সিহঁতে বস্তু লুটিপুতি অনা নাই। কঠোৰ শ্ৰম কৰি সিহঁতে শস্য উৎপাদন কৰিছে। পিতাকৰ এনে অপব্যয় সিহঁতে সহ্য নকৰে। সুজান ভকতে মৰ্মান্তিক আঘাত পালে। এই ঘৰৰ বস্তুৰ ওপৰত আনৰ হাত নাছিল। আজি তাৰ কৰ্তৃত্ব সুলকি পৰিছে। মনৰ অশান্তিৰে সি ৰাতি শুই থাকিল। শেহৰাতি পথাৰলৈ গৈ গৰুৰ কাৰণে ঘাঁহ কাটি আনিলে। ৰাতিপুৱাতে নাঙল যুৱলি কানত লৈ পথাৰলৈ ওলাই গ'ল। তাৰ প্ৰতিজ্ঞা, পৃথিবীৰ বুকৰপৰা সি দুনাই সোণ আহৰণ কৰিব। গাৱঁৰ মানুহে তাক সমালোচনা কৰিলে। কিন্তু সুজানৰ সেই কথালৈ কাণ দিয়াৰ অবসৰ নাই। বসন্ত কাল। সুজানৰ ভৰাল সোণবৰণীয়া শস্যেৰে উপচি পৰিছে। এনেতে হঠাৎ সন্ন্যাসীজন দুৱাৰ-মুখত উপস্থিত হ'ল। শস্যৰ দমৰপৰা বাবাই যিমান পাৰে সিমান-খিনি নিবলৈ অনুৰোধ জনালে। বাবাই দহ সেৰ মান বান্ধি লোৱা দেখি সুজানে নিজেই এটা ডাঙৰ টোপোলা বান্ধি দিলে। কিন্তু বাবাই টোপোলা লৰাব লোৱাৰে। সুজানে টোপোলা পিঠিত তুলি লৈ বাবাৰ পাছে পাছে খোজ ললে।

গল্পটোৰ মাজত সুজান ভকতৰ কৰ্মতৎপৰতা আৰু আদৰ্শ-নিষ্ঠা পৰিস্ফুট হৈছে। যি শ্ৰম আৰু অধ্যবসায়ৰ বলত সুজান মেহ্‌টোয়ে তাৰ জীৱনলৈ আৰ্থিক স্বচ্ছলতা আনিব পাৰিছিল পুতেক ভোলাৰ জীৱনত সেই শ্ৰম আৰু অধ্যবসায়ৰ প্ৰতি আগ্ৰহ নাই। সুজানে নিজৰ সাংসাৰিক জীৱন নিজ হাতেৰে গঢ়িছিল কিন্তু ভোলাই আনে গঢ়ি তোলা গৃহস্থালিৰ ওপৰত কৰ্তৃত্ব লাভ কৰিছে। ভাৰতীয় বিশ্বাসৰ

পৰম্পৰা অনুসৰি ভাটী বয়সত সুজানৰ ধৰ্ম-কাৰ্য্যৰ প্ৰতি আসক্তি বাঢ়িছে। কিন্তু ভোলাৰ দৃষ্টিভঙ্গী আধ্যাত্মিক নহয়, অৰ্থনৈতিক। বুলাকী সাধাৰণ গ্ৰাম্য তিৰোতা। সুজানৰ প্ৰতি তাইৰ স্নেহ আৰু শ্ৰদ্ধা থাকিলেও সন্তানৰ ভবিষ্যত সুখৰ কল্পনাই তাইক বলেৰে সংসাৰৰ মাজলৈ টানিছে। কিন্তু স্ত্ৰী আৰু পুত্ৰৰ অৰ্থনৈতিক বিচাৰ-ধাৰাই সুজানৰ আদৰ্শ ম্লান কৰিব পৰা নাই। সাহস আৰু দৃঢ়তাৰ বলত ঘৰৰ ওপৰত হেৰোৱা কৰ্তৃত্ব সি পুনৰাই লাভ কৰিছে, অথচ জীৱনৰ আদৰ্শ পৰিত্যাগ কৰা নাই।

"নমক্ কা দৰোগা"ত এজন দাৰোগাৰ ন্যায়নিষ্ঠা আৰু কৰ্ত্তব্য-পৰায়ণতাৰ স্বাক্ষৰ আছে। বংশীধৰ বাধ্য পুত্ৰ। তেওঁ যেতিয়া লোণৰ দাৰোগা পদত নিযুক্ত হ'ল, তেতিয়া বাপেকৰ মনত অপাৰ আনন্দ। লোণৰ কাৰবাৰ ডাঙৰ, উপকৰুৱা বানচো ঢেৰ। কিন্তু বংশীধৰ আন ধৰণৰ লোক। সততা আৰু কৰ্মনিষ্ঠাৰ কাৰণে অতি সোনকালে তেওঁ লোকৰ প্ৰিয়পাত্ৰ হৈ পৰিল। এদিনাখন ৰাতি বংশীধৰে হঠাৎ সাৰ পাই ৰাস্তাৰ ওপৰত গাড়ীৰ ঘৰ্ঘৰণি আৰু যমুনাৰ পানীৰ ওপৰত নাও চলাচলৰ শব্দ শুনিলে। বিচনাৰ-পৰা উঠি হাতত ৰিভলভাৰ লৈ তেওঁ নৈৰ দলং পালেহি। জমিদাৰ আলোপী দিনৰ গাড়ীৰ শাৰী চোৰাং লোণ লৈ লাহে লাহে নিৰ্ভয়ে গন্তব্য বাটত আগ বাঢ়িছে। বংশীধৰে গাড়ী ৰখালে। জমিদাৰে ওচৰলৈ আহি এহেজাৰৰপৰা আৰম্ভ কৰি চল্লিশ হেজাৰ টকালৈকে বংশীধৰক যাচিলে, কলে, তেওঁৰ ইজ্জত ৰক্ষা কৰিব লাগে। কিন্তু ইজ্জত তেওঁৰ ৰক্ষা নহ'ল। জামাদাৰে আলোপী দিনক হাত-কেৰেয়া লগালে। পিছ দিনা আলোপী দিনক আদালতত হাজিৰ কৰা হ'ল। আদালতৰ সৰহ ভাগেই জমিদাৰৰ চিনাকি লোক। জমিদাৰক মুক্ত কৰিবলৈ উকীল মুক্তিয়াৰ সকলে ব্যস্ত হৈ পৰিল। আদালতত ধন আৰু কৰ্ত্তব্যৰ মাজত মল্লযুদ্ধ আৰম্ভ হ'ল। যুদ্ধত পৰাজিত হ'ল কৰ্ত্তব্য। ধনৰ বিজয়োৎসৱৰ উল্লাস উকীল, মুক্তিয়াৰ

আৰু আন কৰ্মচাৰীসকলৰ চকুৰে মুখে জিলিকি উঠিল। মল্লযুদ্ধত ভূপতিত হোৱা যোদ্ধাৰ দৰে অৱনত শিৰে বংশীধৰ আদালতৰ বাহিৰ হ'ল। কটা ঘাত বাক্যবাণৰ বৰ্ষণ নোহোৱাকৈয়ো নাথাকিল। কেইদিনমান পিছত বংশীধৰক কামৰপৰা বৰ্খাস্ত কৰা হ'ল। অৱশেষত হতাশাৰে ভাৰাক্ৰান্ত হৈ পৰা হৃদয় লৈ যেতিয়া তেওঁ ঘৰ সোমাল তেতিয়া বাপেকে নিজৰ কপালকে ঢুষিলে, মাকক বিমৰ্ষ দেখা গ'ল, আৰু ঘৈণীযেকে তেওঁক মুখেৰে নামাতিলে। এদিন ৰাতিপুৱা জমিদাৰ আলোপী দিন অনুচৰবৰ্গেৰে পৰিবেষ্টিত হৈ তেওঁৰ দুৱাৰ-মুখত হঠাৎ উপস্থিত হ'ল। পুতেকৰ দুষ্কৃতিৰ বাবে পিতাকে জমিদাৰৰ ওচৰত ক্ষমা ভিক্ষা খুজিলে। কিন্তু জমিদাৰৰ হলে ভুল ভাঙিছে। বংশীধৰৰ সততা আৰু কৰ্ত্তব্য-নিষ্ঠাত তেওঁ মুগ্ধ হৈ পৰিছে। জীৱনত জমিদাৰ কাৰো ওচৰত পৰাজিত হোৱা নাছিল কিন্তু বংশীধৰৰ হাতত তেওঁ পৰাজিত হৈছে। সেইবাবে তেওঁ বংশীধৰক তেওঁৰ সম্পত্তিৰ ওপৰত মেনেজাৰ নিযুক্ত কৰিব খুজিছে। কৃতজ্ঞতাপূৰ্ণ অন্তৰেৰে আৰু সজল-নযনে বংশীধৰে জমিদাৰৰ নিযুক্তি-পত্ৰ গ্ৰহণ কৰিলে।

জমিদাৰ আলোপী দিনৰ বিজৰ উল্লাসৰ মাজতে মচিব নোৱাৰা যি নৈতিক পৰাজযৰ কালিমা লাগি আছে তাক সৰহ ভাগ লোকেই দেখা পোৱা নাই। দেখা পাইছে জমিদাৰে নিজেই। সেই বাবে বিজৰ গৰ্বৰ মাজতো অবনত হৈ তেওঁ বংশীধৰৰ ওচৰলৈ লৰি আহিছে তেওঁৰ সততাৰ স্বীকৃতি দিবলৈ। বংশীধৰৰ শত্ৰুৱে তেওঁক যেনেকৈ বুজিব পাৰিছে আপোনজনে আৰু মিত্ৰবৰ্গই তেনেকৈ পৰা নাই। অৰ্থলিপ্সু হলেও জমিদাৰৰ আদৰ্শৰ প্ৰতি আদৰ আছে। বংশীধৰৰ পৰাজয এক দুৰ্নীতিপৰায়ণ সমাজৰ কলঙ্ক, সমাজৰ ইযো এটা বাস্তব ৰূপ। কিন্তু এই দুৰ্নীতিযে সম্পূৰ্ণৰূপে সমাজক নৰকৰ দুৱাৰ-মুখলৈ লৈ যাব পৰা নাই। আদৰ্শ-নিষ্ঠ ব্যক্তি সমাজত এতিয়াও আছে আৰু লালসাৰে বিভ্ৰান্ত অন্তৰতো পপীয়া

তৰাৰ দৰে সজ্জগুণৰ জেউতি হঠাতে জিলিকি উঠে। স্বাৰ্থপৰ আৰু অৰ্থলিপ্সু লোকৰ অন্যায় অধৰ্মৰ প্ৰতি স্বাভাবিক আকৰ্ষণ। কিন্তু এই আকৰ্ষণৰ টান জৰীকো ছিঙি কেতিয়াবা শুভ্ৰ নৈতিকতাই মুক্তিলাভ কৰে। মানুহৰ জীৱনত ইও এক বিচিত্ৰতা।

গল্পটোৰ ঠায়ে ঠায়ে ব্যঙ্গ আৰু বক্ৰাঘাত পৰিস্ফুট হৈছে।

"বড়ে ঘৰকী বেটী" আন এটা চুটি গল্প। শ্ৰীকণ্ঠৰ পত্নী আনন্দী প্ৰাসাদৰ বিলাস কক্ষৰ মাজত ডাঙৰ-দীঘল হোৱা ধনী তালুকদাৰৰ ছোৱালী, সুন্দৰী আৰু বুদ্ধিমতী। শহুৰেকৰ ঘৰলৈ আহি তাই দেখিবলৈ পালে ঘৰৰ সমুখত ভাল ফুলনি নাই, মজিয়াত কাৰ্পেট নাই আৰু বেৰত আনকি খিৰিকীও নাই। তথাপি আনন্দীয়ে লাহে লাহে এই নতুন পৰিবেশৰ মাজত নিজকে খাপ খুৱাই ললে। লালবিহাৰী সিং আনন্দীৰ দেওৰ। শ্ৰীকণ্ঠ ক্ষীণ, দুৰ্বল, লালবিহাৰী হৃষ্টপুষ্ট ভোজনবিলাসী। এটি সাধাৰণ কথাৰ কাৰণেই লালবিহাৰীৰ খং উঠি ভৰিৰ চেণ্ডেল পাত আনন্দীৰ গালৈ ফৰ্মূটি মাৰি পঠিয়ালে। আনন্দীয়ে হাতেৰে আগুৰিলে যদিও আঙুলিত দুখ পালে। শনিবাৰে শ্ৰীকণ্ঠ ঘৰলৈ আহি সকলো শুনিলে। বিবেচক হলেও শ্ৰীকণ্ঠৰ খং উঠিল। তেওঁ পিতাকক কলে লালবিহাৰীৰ লগত তেওঁ একেলগে নাথাকে। পিতাকে বুজালে কিন্তু শ্ৰীকণ্ঠই নুশুনিলে। লালবিহাৰীয়ে এতিয়া নিজৰ ভুল বুজিলে। তাৰ কামৰ বাবে সি অনুতপ্তও হ'ল কিন্তু শ্ৰীকণ্ঠৰ খং আঁতৰি নগ'ল। অৱশেষত লালবিহাৰী ককায়েকৰ কমৰ দুৱাৰ-মুখত উপস্থিত হ'লহি। শ্ৰীকণ্ঠই তাৰ পিনে মুখ ঘূৰায়ো নাচালে। আনন্দীক দেখা পাই লালবিহাৰীয়ে কলে যে সি দোষী, সি নিজেই ঘৰৰপৰা ওলাই যাব, তাক ক্ষমা কৰিব লাগে। লালবিহাৰীয়ে খোজ ললে। চকুপানী টুকি টুকি আনন্দী ওলাই আহি লাল-বিহাৰীক বাধা দিলে, কলে, সি যাব নোৱাৰে, উভতি আহিব

লাগে। আনন্দীৰ কাৰ্য্যত শ্ৰীকণ্ঠৰ অন্তৰ পমি গ'ল। দুয়ো ভায়েকৰ পুনৰ্মিলন হ'ল। গাৱঁৰ সকলোৱে আনন্দীৰ প্ৰশংসা কৰিলে।

গল্পটোত সাধাৰণ ঘৰুৱা কাজিয়া এটাৰ ৰূপ দিয়া হৈছে। এটি সাধাৰণ কথাকে লৈ সাংসাৰিক জীৱনত সময়ে সময়ে বিপৰ্য্যয় ঘটে। ইযাতো তেনে এটা সম্ভাৱনাই আছিল। সাময়িকভাবে লালবিহাৰী, আনন্দী আৰু শ্ৰীকণ্ঠযো অনুদাৰ প্ৰকৃতিৰ পৰিচয় দিছিল। ইযাকে কেন্দ্ৰ কৰি ভ্ৰাতৃ-বিৰোধৰ সূত্ৰপাতো হৈছিল। কিন্তু আনন্দীৰ স্নেহশীলতাই বিচ্ছেদৰ পৰিবৰ্ত্তে এক মধুৰ পৰিণতি আনিলে। আনন্দীৰ চৰিত্ৰত দুৰ্বলতা আছে কিন্তু আভিজাত্যৰ উদাৰতাও আছে। অশিক্ষিত লালবিহাৰীৰ অন্তৰৰ কালিমাও অনুতাপৰ অগ্নিয়ে পুৰি ছাই কৰিছে। সেযেহে মিলন সম্ভৱ হৈছে।

"কফন্" এক অলস দৰিদ্ৰ পিতা-পুত্ৰৰ দায়িত্ব-হীনতাৰ করুণ কাহিনী। ঘীছু আৰু মাধব পিতা-পুত্ৰ। অলসতাত পিতৃতকৈ পুত্ৰ এখোপ চৰা। এদিন কাম কৰি দুদিন বিশ্ৰাম লৈ লঘোণে থকা সিহঁতৰ অভ্যাস। পঁজাৰ ভিতৰত মাধবৰ ঘৈণীয়েক, ন ছোৱালী। প্ৰসৱ-বেদনাত তাই আৰ্ত্তনাদ কৰিছে। ঘীছুৱে মাধৱক ঘৈণীযেকৰ কাষলৈ যাবলৈ কৈছে। মাধব নাযায়। বাহিৰত দুযো আলু পুৰিছে। মাধবৰ মনত ভয়-সি ভিতৰলৈ গলে বাপেকে আটাই কেইটা আলু খাই পেলাব। সেইবাবে সি কপালকে ধিয়াইছে। হুৰিয়ে ৰাখিলে ৰাখক, মাৰিলে মাৰক। ঘীছুৱে গল্প উলিযাইছে ঠাকুৰৰ বিযাৰ দিনাখন সি কি কি ভাল ভাল বস্তু খাইছিল। মাধবৰ মনত দুখ যে আজিকালি ভোজ-ভাতো নোহোৱা হ'ল। তাৰ মনতো ভাল বস্তু খোৱাৰ হেঁপাহ জাগে। পিছদিনা ৰাতিপুৱা যেতিযা মাধব পঁজাৰ ভিতৰ সোমায় তেতিয়া ঘৈণীয়েকৰ মৃতদেহ মাটিত পৰি আছে। দুয়ো হুৰাওৰাৱে কান্দিলে। মৃতকৰ সংকাৰ

ব্যয-সাপেক্ষ। সিহঁতৰ ঘৰত ফুটা কড়িও নাই। দুয়ো জমিদাৰৰ ওচৰলৈ গ'ল। অলপ ধন আনিলে। আন দুজন এজনেও দুই চাৰি পইচা দিলে। সিহঁতৰ হাতত ৰূপ পাঁচ টকা গোট খালে। দুয়ো বজাৰলৈ গ'ল মৃতকৰ বাবে নতুন কাপোৰ কিনিবলৈ। সিহঁতে দোকানে দোকানে ঘূৰি ফুৰিলে কিন্তু কাপোৰ কিনা নহ'ল। সিহঁতৰ মনত প্ৰশ্ন জাগিল মৰা শৰ গাত বাৰু নতুন কাপোৰ লাগে কিয়। গধূলি হ'ল। এখন মদৰ দোকানৰ দুৱাৰ-মুখত দুয়ো উপস্থিত হ'লহি। দুয়ো মদ খালে। ঘীছুৱে মনতে ভাবিলে আনে শ-ঢকা কাপোৰৰ কথা উলিযালে সি কব পইচা কৰবাত পৰি গ'ল। দুয়োৱেই পুৰী-মিঠাই কিনি খালে। ঘীছুৱে কলে বোৱাৰী বৰ ভাগ্যবতী, মৰিও তাই এসাজ সিহঁতক ভালকৈ খুৱালে—তাই স্বৰ্গলৈ যাব। মদৰ দোকানৰ বাৰেণ্ডাৰপৰা দুয়ো উঠিল। এতিয়া সিহঁতৰ গাত নিচা লাগিছে। দুয়োৱেই গান গাবলৈ আৰম্ভ কৰিলে, নাচিলে। অৱশেষত দুয়ো অচেতন হৈ পৰিল।

আন গল্প কেইটাৰ দৰে এই গল্প-চৰিত্ৰৰ মনৰ ওপৰত আদৰ্শৰ প্ৰভাব নাই। দৰিদ্ৰ জীৱনৰ বুভুক্ষাই কেনেকৈ মানবীয় গুণ অপহৰণ কৰে তাৰ ছবি ইযাত তুলি ধৰা হৈছে। ঘীছু আৰু মাধবৰ দৰিদ্ৰতাৰ কাৰণে সমাজ-ব্যৱস্থা দাযী বুলি সাব্যস্ত কৰাৰ ইচ্ছা লেখকৰ নাই। সিহঁতৰ অলসতাৰপৰা উদ্ভৱ হোৱা উদাসীনতাৰ শাস্তি কঠোৰ। কিন্তু এই কঠোৰতা উপলব্ধিৰ ক্ষমতাও সিহঁতৰ লোপ পাইছে। আনৰপৰা সিহঁতে যি ব্যৱহাৰ পায় তালৈ লক্ষ্য কৰিলে অন্তৰত দযাৰ উদ্ৰেক হয়। কিন্তু সিহঁতৰ দাযিত্ব-হীনতা আৰু স্বাৰ্থপৰতাৰ পৰিণতিয়ে দযাৰ সলনি কাৰুণ্যৰ সৃষ্টি কৰিছে।

গল্পটো ব্যঙ্গাত্মক অথচ করুণ। পিতা-পুত্ৰৰ দায়িত্ব-হীনতাৰ মাজেদি এক করুণ বিননি ফুটাই তোলাৰ চেষ্টা আছে। ঘীছু আৰু মাধবৰ দৰে দৰিদ্ৰ আমাৰ সমাজত আছে। কিন্তু নিজৰ বোৱাৰী বা

ঘৈণীয়েকৰ প্ৰতি শেষ কৰ্ত্তব্য নকৰি আত্ম-তৃপ্তিত আপোন-পাহৰা হোৱা লোক সমাজত বিৰল।

প্ৰেমচন্দৰ চৰিত্ৰাঙ্কন স্থূল। তেওঁৰ গল্পত মনোবৈজ্ঞানিক বিশ্লেষণৰ চেষ্টা কম। কিন্তু মনোবৈজ্ঞানিক সত্য প্ৰকাশৰ প্ৰতি তেওঁ আগ্ৰহশীল। প্ৰেমচন্দে যিটোক মনোবৈজ্ঞানিক সত্য বুলি কব খুজিছে সেইটো নৈতিক বা আধ্যাত্মিক সত্য বুলি কলেই বুজিবলৈ বেছি সুবিধা হয়। সাধু পিতাই ব্যসনী পুত্ৰৰ কুকাৰ্য্যত দুখ পোৱা সত্য তেওঁৰ মতে মনোবৈজ্ঞানিক সত্য। কিন্তু আচলতে পিতাৰ মনৰ ওপৰত কোনো এক নৈতিক আদৰ্শৰ প্ৰভাবৰ ফলতহে এই সত্য মনৰ মাজত বিকশিত হৈ উঠে। ককায়েকে ভায়েকক বঞ্চিত কৰাৰ পাছত যেতিয়া ভাযেক ভিকহু হৈ পৰে তেতিয়া ককায়েকৰ মনত দযাৰ উদ্ৰেক হোৱা সত্য মনোবৈজ্ঞানিক সত্য বুলি কোৱা টান। কিযনো ককাযেকৰ জীৱনৰ আদৰ্শৰ ওপৰত আস্থা নাথাকিলে নাইবা সামাজিক প্ৰতিপত্তি লাভত বাধা নহলে বহুতো ককাযেকে দৰিদ্ৰ ভাযেকৰ প্ৰতি দযাপৰবশ নহয়। গতিকে প্ৰেমচন্দে মনোবৈজ্ঞানিক সত্যকে গল্পৰ আধাৰ কৰিব খুজিলেও বস্তুতঃ ই নৈতিক বা আধ্যাত্মিক সত্যহে, ঠিক মনোবৈজ্ঞানিক সত্য নহয়।

নগৰৰ আঁতৰত গাৱেঁ-ভূঁয়ে জীৱন-যুদ্ধত ভাগৰি পৰা দীন-দৰিদ্ৰ আৰু অবহেলিত জনৰ হা হুতাশ, আশা আদৰ্শ বাস্তব ৰূপত প্ৰকাশ কৰা তেওঁৰ উদ্দেশ্য। অবহেলিত জনৰ প্ৰতি তেওঁ সহানুভূতিশীল ("ঠাকুৰ কা কুৱাঁ," "পুস্ কী ৰাত")। অভিজাত সম্প্ৰদায়ৰ নিষ্ঠুৰতা আৰু হৃদযহীনতা তেওঁৰ চকুৰ আঁতৰ হোৱা নাই। ক'তো ক'তো এই নিষ্ঠুৰতাৰ ছবি অতিৰঞ্জনৰ গাঢ় বৰ্ণ-লেপেৰে আবৃত কৰাও দেখিবলৈ পোৱা যায়। ঠায়ে ঠাযে আকৌ উদাৰতা আৰু আদৰ্শৰ প্ৰতিও এই শ্ৰেণীৰ লোকৰ অনুৰাগ প্ৰকাশ চকুত পৰে ("নশা", "নমক্ কা দাৰোগা")।

